# ব্ৰহ্মপুত্ৰৰ অভিযান

[ ভাব-কাব্য ]

শ্ৰীহৰেশ্বৰ শৰ্ম্মা, এম-এ,

প্ৰকাশক ঃ
শ্ৰীঅশ্বিনীকুমাৰ শৰ্ম্মা
ৰূপবন,
ছিলং
পৰিবেশক ঃ
বাণী প্ৰকাশ মন্দিৰ
পাঠশালা
কামৰূপ
ছপা ঃ
চিটী প্ৰিন্টাৰ্চ
শ্ৰীভুবনমোহন বচাক
৩৫, ছাতাৱালা গলি
কলিকতা-১২
প্ৰথম তাঙৰণ

বেচ ঃ
পকাবন্ধা ১৷০

Presented to Prof. Atul Chandra Hazarika
Ex-General Secretary, Assam Literary Association

13/7/5



# উৎসৰ্গ

"সাদৰে গ্ৰহণ কৰাঁ হে জননী
সেৱকৰ পুষ্পাঞ্জলি,
স্বাৰ্থ বলিদান জীৱন আহুতি
দিলোঁ চৰণত ঢালি।"

—(সাদৰী)

ব্ৰহ্মপুত্ৰ **মহাবাহু** শান্তনোঃ কুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥
|
ব্ৰহ্মপুত্ৰ **মহাভাগ** শান্তনোঃ কুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥
|
ত্বং দেৱ সৰিতাং নাথ ত্বং দেৱি সৰিতাং বৰে।
উভয়োঃ সঙ্গমে স্নাত্বা মুঞ্চামি দুৰিতানি বৈ॥
|
পূৰ্ণমিদং পূৰ্ণমদঃ পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেবাৱশিষ্যতে॥

# প্ৰথম তৰঙ্গ

[ আদিম বা প্ৰাকৃতিক যুগ ]

কোনোবা কালতে নতুন প্ৰভাতে
আঁকিলে বিশ্বৰ পট;
তাৰেই বুকুত থাপি দিলে মোৰ
জীৱন বোধন ঘট।

দিগ্ দিগন্তত আনন্দ উকলি
মানসত খলকনি;
জীৱন যাত্ৰাৰ মহা আয়োজন
সচল জগত খনি।

সেই প্ৰভাততে পিন্ধিলা প্ৰেয়সী
কৰিতাৰ সাতসৰী;
(মোৰ) উদাস প্ৰাণটি চমকি উঠিল
তাৰে জিলিঙনি ধৰি।

শূন্য অন্তৰৰ অজান তলিত
ফুটিল চেনেহ কলি,
চপল মনৰ উছল গতিত
আবেগ উঠিল জ্বলি ;

অথিৰ অধীৰ দেহ মন হিয়া
ভঙা গঢ়া মোৰ মতি,
ৰাঙলী সপোনে মতলীয়া কৰে
দিক্‌হীন মোৰ গতি ।

ঊষা সন্ধিয়াৰ ৰাঙলী কিৰণ
পখীৰ সুৰদি গান,
সেউজী কোলাত ফুলৰ নাচোন
তৰুণী হিয়াৰ টান ;—

ধুনীয়া জগত ধৰিলোঁ সাৰটি
মনেও মোকল খালে,
কোনোবা অতীতে ঠেলি হিয়া তলি
ঊষাৰ কিৰণ ঢালে ।



পৰ্ব্বত ভৈয়াম খলা-বমা ঠাই—
অবাৰিত মোৰ গতি,
অসুৰৰ তেজে কৰোঁ চূৰমাৰ
ধৰণীৰ শিলা মাটি ;

বজ্ৰ বুকুত উফৰি পৰিল
শত শত আহুকাল,
উত্তাল বেগত মিলি যায় যেন
কালৰ তাণ্ডৱ তাল ।

ইফালে সিফালে ধৰোঁ আঁকোৱালি
শত শত গিৰিবালা,
কোনোৱে যাচেহি ভকতি প্ৰণতি
কোনোৱে প্ৰীতিৰ মালা ;

শত অচিনক কৰিলোঁ আপোন
পথিকৰ সহচৰ,
যৌৱনৰ সুৰে জনালে গুপুতে
অভিযান জীৱনৰ ।

ঠেক জগতৰ জীৱন বিলাহ
ক্ষণেকে আমনি লাগে,
উষাৰ কোলাত আছে যি জগতে
তালৈহে ধাউতি জাগে ;

সপোন পুৰীৰ কুঁৱৰীয়ে যেন
গোপনে হিয়াটি যাচে,
দিঠক পুৰীৰ ছোঁ-ঘৰত যেন
কোনোবা লাহৰী নাচে !

সোঁ বাওঁ ফালে বিচিত্ৰ জীৱন
থমকি থমকি চাওঁ,
দূৰণিৰ কিবা ক্ষীণ ইঙ্গিতত
পুনু আগুৱাই যাওঁ ;

তাল মান হীন জীৱনৰ সুৰ
দিশ্‌হাৰা মন মোৰ,
ৰথৰ চকৰী ঘূৰে নিৰন্তৰ
যাত্ৰাও নপৰে ওৰ ।



অবুজ অবেগ অচেতন গতি
অফুট প্ৰাণৰ তান,
পৰ্ব্বত বননি ভাঙি ফালি ছিৰি
চলে মোৰ অভিযান ;

পুৰণিৰ ৰূপ চৰায় নতুনে
জীৱন নতুন কৰি,
ভৈয়ামে ভৈয়ামে ৰচোঁ অভিযান
উষাৰ আশীষ্ ধৰি ।

প্ৰতিটি অঙ্গত বিকশিত হ'ল
ৰং-ৰূপহৰ ভৰ,
নতুন কাচোনে কাচি হলোঁ মই
দিব্য লুইত কোঁৱৰ ।

*
* *

ধুনীয়া কানন এখনিৰ গাত
লাগিছে ঊষাৰে বোল ;
পুখুৰী এটিত ফুলিছে পদুম
গোন্ধতে আমোল মোল ।

ফলে ফুলে ভৰা গছ গছনিত
নাচে গায় চিৰিকতি,
তাৰেই মাজেৰে জুৰি এটি আহি
ধৰিছে কোবাল গতি ।

শিতানতে শোভে শিলনি মাজতে
দেৱৰে সুৰভি থান ;
পৱিত্ৰ পৰশে সৌন্দৰ্য্যৰে ৰসে
(মোৰ) উথলি উঠিল প্ৰাণ ।

দেৱ কুমাৰৰ দৰে সাজি কাচি
হাতত বাঁহীটি লই,
ভুমুকি মাৰিলোঁ কানন ভূমিত
আপোন পাহৰা হই ।



বহাগী জুৰিৰ কুলু কুলু সুৰে
মাৰিলে মোহন বাণ ;
পাৰতেই বহি ভাবোঁ মনে মনে
কিনো মোৰ অভিযান ।

সেই সুক্ষণতে সিপাৰ বগাই
আহি কৰবাৰে পৰা
(মোৰ) অজান প্ৰাণৰে চেনেহীটী তুমি
দিলা যেন মোকে ধৰা !

কাৰনো জীয়াৰী কাৰনো লাহৰী
মোহিনী মূৰতি ধৰা,
অসুৰকে ছলি কোন দেৱী তুমি
দেৱক অমৰ কৰা ।

নৱীন যৌৱনে গৰবিনী তুমি
হিয়া মৰমেৰে ভৰা,
লৱণু ললিত ধৱল অঙ্গত
চপল ভঙ্গিমা ধৰা ।

পূজাৰিণী বেশে গম্ভীৰ আবেশে
ভকতিৰে সেৱা কৰি,
দেৱ চৰণত অৰ্পিলা সাদৰে
চম্পা ফুল মালা ধাৰি।

কানন কঁপাই কোমল সুৰতে
গালা সুমধুৰ গীতি ;
আজলী হিয়াৰ অবুজ ভাষাৰে
বিলালা ভকতি প্ৰীতি।

ফুলনিতে ফুৰি ম'ৰা চালি ধৰি
ফুলকে বিলালা হিয়া ;
অচিন পথিক দেখি ইপাৰত
কোমল চাৱনি দিয়া।

চকু যুৰিতেই বিৰিঙ্গিছে যেন
বিশ্বৰে মাধুৰী খিনি ;
কোনে সৰজিলে সিখনি বয়ান
নৱ শতদল জিনি !



দুগালতে তেজ ফুটোঁ ফুটোঁ যেন
ৰাঙলী সুৰুয অঁকা ;
বুকুৰে কাচলি ফাঁটো ফাঁটো যেন
ফুলৰ মালাৰে ঢকা।

বুকুৰে দুকাষে নাচি বাগি আছে
ক'লা বেণী দুই তাৰি ;
অশোক মালতী পদুম পাহিটি
থইছা তাতেই আৰি।

চালোঁ একেথৰে আপোন পাহৰি
তোমাৰেই ৰূপ-ৰাজি ;
নিজান পথৰে লগৰীয়া মোৰ
বাঁহীটি উঠিল বাজি।

লাজুক চকুৰে চোৰাং চাৱনিয়ে
ফুটায় প্ৰাণৰে কথা ;
বাতুল ওঠৰে মিচিকনিটিয়ে
বুজায় মৰম-বেথা।

যাওঁনে নাযাওঁ চাওঁনে নাচাওঁ—
কিহেনো পাচলৈ টানে ;
বুজিলোঁ লাহৰী হানিলে তোমাক
মোৰেই অবুজ বাণে !

অশোক জুপিৰ ডালতে লুকাই
চৰায়ে জুৰিলে গীত ;
নৱ অনুৰাগে শিয়ৰি উঠিল
(মোৰ) আকুল বিভোল চিত ।

মৰমে মৰমে ঘাত প্ৰতিঘাত
প্ৰাণে প্ৰাণে টনা টনি ;
মনতে আকিলোঁ মধুৰ মিলন
মধুৰ জগত খনি ।

বাঁহীতে বজালোঁ চুমাৰে ইঙ্গিত
মিলনৰে সুৰ তাল ;
মালাধাৰি তুমি দিলা দলিয়াই
হাঁহিৰে বোলাই গাল ।



প্ৰণয়ৰ দান পৰিল জুৰিতে,
খেদি গলোঁ ভিজি-বুৰি ;
মৰমীক এৰি মৰম ধৰিলোঁ
খাই নানা হাবাথুৰি ।

গুণগুনালা প্ৰিয়া কোমল সুৰীয়া
প্ৰণয়ৰ বন-গীতি ;
নাযাচিলা তুমি লয় লাসে আহি
হিয়া ভৰা চুমা এটি ।

লাজুকী বিজুলী চমকাই চিত
পলকে আঁতৰ হ'লা ;
বন-দেৱী কিম্বা জল-দেৱী তুমি
খন্তেকতে মাৰ গ'লা ।

নিতাল নিজান উদাস কাননে
তধা লাগি চাই ৰয় ;
ক্ষুব্ধ হাতৰে বাঁহীটিয়ে মোৰ
পাহৰিলে সুৰ লয় !

লিৰিকি বিদাৰি ফুলৰে জুপুৰি
বলিয়া ভোমোৰা ফুৰে ;
নাই মউ নাই কয় ফুলবোৰে
কিবা বিষাদৰে সুৰে !

বুকুটি শোভাই পিন্ধিলোঁ হেপাহে
তোমাৰেই মালা ধাৰি ;
বুকু ভেদি সেয়ে জ্বলালে অন্তৰ
বেদনাৰে বাণ মাৰি ।

ক্ষিপ্ত মনৰ দীপ্ত আবেগে
অসুৰ শকতি ধৰি,
ভাঙি চুৰমাৰ কৰিলোঁ কানন
প্ৰলয় নৃত্য কৰি ।

কিন্তু হাঁয় ই যে ঋষি তপোবন,
ধ্যান-ভঙ্গ হ'ল ঋষি ;
কঁপে থৰ থৰ দেহ প্ৰাণ মোৰ
ৰুদ্ৰ মূৰতি দেখি ।



"হেৰ বৰ্ব্বৰ"— কলে ঋষিবৰে
"আৰ্জ্জিলি বিষম পাপ ;
"অন্ধ প্ৰেমৰ পৰিণামে তই
আজীৱন পাবি তাপ ।"

ক্ষণেকতে দেখোঁ গৰজিছে মেঘে
ধুমুহাই মাৰে ছাটি,
ঘন অন্ধকাৰ বিজুলী চমক
প্ৰলয়ৰ কাল ৰাতি !

ক্ষণেকতে পুনু নীল আকাশত
দেখা দিলে ৰঙা বেলি,
শাঁত নিজানৰ সেউজী ৰূপত
মৃদু মলয়াৰ কেলি !

"ক্ষমা ঋষিবৰ"— কলোঁ সকাতৰে,
"দিয়া মোক পৰিত্ৰাণ ;
এই অভিশাপে ব্যৰ্থ হয় মোৰ
জীৱনৰ অভিযান ।"

প্ৰশান্ত মূৰতি ধৰি মহৰ্ষিয়ে
কলেহি ওচৰ চাপি—
"ব্ৰহ্মতেজেৰে পুণ্যবান তই
সংস্কাৰে হলি পাপী।

"সোঁ হাতে পুণ্য বাওঁ হাতে পাপ
দুয়োটি ভূষণ তোৰ ;
কৰ্ম্ম-ফলেৰে কৰিবি খণ্ডন
এই অভিশাপ মোৰ।"

গুচি গ'ল ঋষি জ্বালি গ'ল মোৰ
আজীৱন চিন্তানল ;
পাপ পুণ্য কিনো নাজানো নুবুজোঁ
নুবুজোঁ কৰম-ফল !

হাতৰে বাঁহীটি স্খলকি পৰিল
অৱশ অথিৰ ভৰি ;
কাষৰে সাদৰী জুৰিটীয়ে কলে-
'মোকেই থকাচোঁ ধৰি !'



গূঢ় ৰহস্যৰ দুৱাৰ-ডলিতে
উফৰি পৰিল মন ;
মাধুৰী পৰশি হিয়াখনি মাথোঁ
নাচি উঠে ঘনে ঘন !

কাষৰে-পাঁজৰে ফুৰোঁ একোবাৰ
তোমাৰে নঙলা চাই ;
বৃথা থাকোঁ বহি জুৰিৰে পাৰতে
বিৰস বাঁহীটি বাই।

তন্ময়তাতে চতুৰ বাঁহীয়ে
নতুন ৰাগিনী তুলি,
জুৰিটীকে মোৰ হিয়াটি জনালে
সান্ত্বনা লভিম বুলি।

জুৰিটীৰ প্ৰাণ থউকি-বাথউ
মুখত মধুৰ গীত ;
কোমল লতাই ধৰিছে সাৱটি
কঠিন পুৰুষ চিত।

বসন্ত দৰাৰে পৰশতে যেন
বহাগীয়ে ধৰি চালি
ওফন্দা বুকুৰে উদ্দাম গতিত
দিলে মন প্ৰাণ ঢালি।

পৱিত্ৰ জলত ডুবিয়াই মই
পালোঁ নৱ উদ্‌গনি ;
চিকোন ধাৰাতে পৰশিলোঁ যেন
সাগৰৰ হিয়া খনি !

আঁজলি আঁজলি পিলোঁ হেপাহেৰে
শীতল ফটিক জল ;
তথাপি কিয়নো মৰ পিয়াহৰ
অন্ত নোহোৱা হ'ল !

জীৱন্ত জুৰিৰ জিলিকা গতিত
বিমল আনন্দ ঝৰে ;
তথাপি কিয়নো হেৰোৱা ৰতনে
ঘনে বুকু মোৰ পোৰে !



তুমি পখিলীটী মুকলি-মূৰীয়া
নিদিয়া সহজে ধৰা ;
বাহিৰত মাৰি বিৰোধৰ গড়
(মোৰ) হিয়াখনি চুৰ কৰা !

হাবি বননিয়ে খেলা লুকা-ভাকু
মোলৈকে নোচোৱা ঘূৰি ;
দুখে অনুতাপে মৰু-জগতত
মৰোঁ মই দেই-পুৰি।

নিলগে নিলগে যাচিলা যদিও
প্ৰণয় মাধুৰী খিনি,
ময়েতো তোমাৰ প্ৰথম অতিথি
তুমি মোৰ অতিথিনী !

আছে মউ সনা প্ৰীতিৰ চাৱনি
তাৰেই মাধুৰী দিয়াঁ ;
প্ৰেম-তৰঙ্গৰ ঘাত-প্ৰতিঘাতে
উথলক দুটি হিয়া ।

আজীৱন চাম সিখনি বয়ান
নিদিয়া নিদিবা ধৰা ;
মনৰ মাজত ভোমোৰা লুকায়
জাৱন মধুৰ কৰা ।

মাধুৰী বিচাৰি ফুৰোঁ বনে বনে
জ্বলাই বুকুৰ জুই,
জীৱন কৱিতা উঠিছে উথলি
তোমাৰ পৰাণ ছুই ।

কোনোবা বিধিয়ে সৰজিলে মোৰ
অজৰ অমৰ প্ৰাণ ;
তুমিয়ে শিকালা জীৱন মাধুৰী
প্ৰণয়ৰ অভিযান ।

খলা-বমা মোৰ জীৱনৰ গতি
হৰষ বিষাদ সনা ;
তোমাৰে পৰশে জগাব সঘনে
যৌৱনৰ উন্মাদনা ।



তোমাৰে কাৰণে হাবি বন ভাঙি
সাজিম সংসাৰ খনি ;
সাত ভৈয়ামৰ সোণালী শইচ
উপহাৰ দিম আনি ।

সাত সাউদৰ ৰতনে বসনে
চৰাম তোমাৰ ৰূপ ;
তোমাৰে কাৰণে কৰিম বিজয়
সুবিশাল কামৰূপ ।

তোমাৰে চেনেহী বুকুটি সাৱটি
কটাম জীৱন মোৰ ;
সৰগী সুখেৰে কৰিম খণ্ডন
ঋষি অভিশাপ ঘোৰ ।

তুমিয়ে ৰূপহী হবা সদা মোৰ
সহচৰী মৰতৰ ;
মৰতৰ এই বিচিত্ৰ বুকুতে
গাম জয় জীৱনৰ ।

থাকে সদা মোৰ চকু মন প্ৰাণ
মিলনৰ প্ৰতীক্ষাত ;
(মোৰ) সকলো অঙ্গত ৰূপ-জ্যোতি ঢালি
অন্তৰ কৰাঁহি শাঁত ।

অপাৰ কৰুণা মাধুৰী জেউতি
সৰাকো সামৰি লই
ওপচাই পাৰ বয় ধীৰে ধীৰে
অনন্ত প্ৰেমৰ নই ।



# দ্বিতীয় তৰঙ্গ

[ প্ৰাচীন বা জ্ঞানালোকৰ যুগ ]

দেৱতাৰ লীলা ভূমি প্ৰাগ্‌জ্যোতিষত
প্ৰকৃতিৰ পূৰ্ণ পয়োভৰ ;
বিৰাজিছে সদা যেন লক্ষ্মী সৰস্বতী,
সাবলীল গতি জীৱনৰ ।

শ্যামল পৰ্ব্বত ভূমি সুনীল আকাশ
মধুস্ৰাৱী নিৰ্ঝৰ সমীৰ ;
জড় জীৱ জগতত উঠে গুণ-গান
দেৱতাৰ চৰম সৃষ্টিৰ ।

উষাৰ লোহিত ৰাগে ৰঞ্জিছে সদায়
প্ৰাগ্‌জ্যোতিষৰ ত্ৰিভুবন ;
নতুন সৃষ্টিৰ তেজে সুসমৃদ্ধিমান
চৰাচৰ সৰাৰো জীৱন ।

বিচিত্ৰ মানৱ শ্ৰেণী বিচিত্ৰ সংসাৰ
জীৱনৰ বিচিত্ৰ বিলাস ;
শাৰী শাৰী লোকালয় নগৰ বন্দৰ—
সমাজৰ বিশাল বিকাশ।

জ্যোতিৰ পৰশ লাগি জিলিকিছে মোৰো
অভিশাপে এন্ধাৰ অন্তৰ ;
ৰক্ত ৰাগে ৰঞ্জিত যৌৱনৰ সুৰে
মখৰিছে পৰ্ব্বত প্ৰান্তৰ।

নতুন নতুন মোৰ অঙ্গ-আভৰণ
শৌৰ্য্য বীৰ্য্য সুন্দৰ যৌৱন ;
নতুন নতুন মোৰ মনৰ প্ৰগতি,
আঁকোৱালি ধৰোঁ ত্ৰিভুবন।

সংসাৰৰ হিত সাধি যাওঁ আগুৱাই
ধৰণীত ৰেখাটি পেলাই ;
ঘাটে ঘাটে শত শত দেৱ-মন্দিৰত
ফুৰোঁ মই প্ৰণতি জনাই।



জীৱনৰ অভিযান যৌৱনৰ গীত
ৰচোঁ মই কালৰ বুকত ;
আদিম যুগৰ সেই ললিতা কৱিতা
জাগি উঠে নতুন ছন্দত।

কতনো ভাবৰ ঢউ উঠি মাৰ গ'ল
স্থিতিহীন জীৱন সোঁতত ;
তথাপি প্ৰেয়সী সেই কাহিনী তোমাৰ
সচাঁ আছে হিয়াৰ চুকত।

কত নিৰ্ঝৰিণী আহি ব্যথিত অন্তৰে
দিছে মোক তোমাৰে বাতৰি—
বিৰহিণী ভাৱে তুমি ফুৰা ওচৰতে
বন-বিহাৰিণী বেশ ধৰি।

কিনো দুখে ভয়ে লাজে গ'লা জঁয়পৰি
পাতি অভিষেক প্ৰণয়ৰ ?
পাপৰ কালিমা যদি লাগিছে দেহাত,
মুক্ত মোৰ পৱিত্ৰ অন্তৰ।

মিত্ৰ মই মানৱৰ দেৱ দানৱৰ,
মিত্ৰ মই সকলো বৰ্গৰ ;
নিঠুৰ পৰশুধাৰী মই যে নহয়,
বীৰ মই লোহিত কোঁৱৰ ।

তোমাৰ বিৰহ গীতে দিগন্ত কঁপাই
দূৰণিতে দিয়ে মোকো ব্যথা ;
করুণাৰ্দ্রা কৱিতাৰ ঘন উচ্ছ্বাসতে
ৰচোঁ মই বীৰত্বৰ গাঁথা ।

পৰ্ব্বত ভৈয়াম ভেদি জিনিম তোমাক
ভাঙি শত শৈল কাৰাগাৰ ;
স্বৰগ পাতাল ভেদি জিনিম তোমাক
গাই শত বন্দনা তোমাৰ ।

মানস বাস্তৱ দুয়ো জগততে মই
ৰচি যাম প্ৰেম-অভিসাৰ ;
মোৰেই কাহিনী গাব স্বৰগে মৰতে
কাব্য গীতে কৱি-কল্পনাৰ ।

* * *



সৌৱা গিৰি ভস্মাচল উমানন্দ ধাম
দেৱৰ মন্দিৰ নিৰুপম ;
পুণ্য প্ৰেম-স্মৃতিময় শৈল শিখৰত
মিলনৰ কুঞ্জ মনোৰম ।

যোগীশ্বৰে ঢালে সদা মিলন মাধুৰী
উমা গিৰি-সুতাৰ প্ৰাণত ;
জাগি উঠে স্বৰগৰ প্ৰেম-জ্যোতি শিখা
বিশ্ব-জোৰা সৃষ্টিৰ যজ্ঞত ।

সি প্ৰেমৰ পৰশতে গায় ঋষি সৱে
সাম-গান গভীৰ ছন্দত ;
গছ লতা বালি শিলে তোলে প্ৰতিধ্বনি
শিৱ-ভস্ম ধৰি অন্তৰত ।

কামাখ্যা ভুৱনেশ্বৰী তাৰা উৰ্ব্বশী
অদূৰতে সতী অৰুন্ধতী,—
সতী-পদ-ৰেণু ধৰি প্ৰাগজ্যোতিষ্‌পুৰ
জিলিকে ধৰাত অমৰাৱতী ।

অভিশপ্তা উৰ্ব্বশীৰ সমাধি শিলাই
শাপ-মুক্তি কৰিছে ধিয়ান ;
গতিশীল জগতত স্থিতিশীলাৰূপে
উথলায় ধ্যানী কৰি-প্ৰাণ ।

কোনে কয় অভিশপ্তা উৰ্ব্বশী সুন্দৰী ?
বিশ্ব জুৰি প্ৰেমৰ বিজয় ;
স্বৰ্গৰ প্ৰেমিকা আছে পাষাণ ডোলত
ধৰা হ'ক প্ৰেমৰ আলয় !

আজি শিৱ-চতুৰ্দ্দশী পুণ্য উৎসৱ
শত শত যাত্ৰীৰ জনতা ;
লোকাৰণ্য মাজে দেখোঁ হই আত্মহাৰা
মূৰ্ত্তিমান মানৱ দেৱতা ।

মানৱ মূৰতি ধৰি মানৱৰে সতে
মিলি যাওঁ নব উলাহত ;
জীৱনৰ গতি যেন থমকি পৰিল
কিবা চাকনৈয়াৰ মাজত



পুণ্য পৰশত মোৰ প্ৰশান্ত বুকুত
উঠে কিবা নৱ আলোড়ন ;
অনৱগুণ্ঠিতা ৰূপে হাঁহিছে ধৰণী
লভি কাৰবাৰ পৰশন ।

কৱিতাৰ লহৰীয়ে ঢাকে পুণ্য ভাব,
উঠে নৱ ভাবৰ জুমুৰি ;
শিলনিৰে পৰা প্ৰিয়া যাচিলা হঠাৎ
মধু স্মৃতি সনা চকু যুৰি ।

অপূৰ্ব্ব পুলক লাগি শিয়ৰিল হিয়া,
আবেগৰ চাকিটি জ্বলাওঁ ;
অতীতৰ জিলিঙনি ব্যথাৰ কাহিনী
মালা ৰচি তোমাকে পিন্ধাওঁ ।

অপূৰ্ব্ব যৌৱন কান্তি অপূৰ্ব্ব কাচন
সৌন্দৰ্য্যৰ গম্ভীৰ গৰিমা ;
তুমিয়েনে নিজানৰ ললিতা কুমাৰী
ধৰিছিলা চপল ভঙ্গিমা !

মিচিকনি বোল সনা মৃদু চাৱনিয়ে
গায় যেন প্ৰণয় কাহিনী ;
বুকুৰ কাঁচলি খনে কঁপি মৃদু মৃদু
ফুটাইছে অফুঁট ৰাগিণী ।

কাৰ ফুলনিত মেলা ৰূপৰ পোহাৰ,
কিনো পুণ্য ফুৰিছা গোটাই ?
তুমিয়ে উৰ্ব্বশী মোৰ—ভাঙি দিয়াঁ যোগ,
অন্তৰতে ৰাখোঁ লুকুৱাই !

শত যুৱা যুৱতীয়ে পাতে পুণ্য কথা
ঋষিৰ আশীষ্ শিৰে ধৰি ;
তোমাৰ নীৰৱ প্ৰাণে কিনো কথা কয়
ভাৱোঁ মই আপোন পাহৰি ।

দেৱ-মন্দিৰত বাদ্য হোম-মন্ত্ৰ-ধ্বনি,
ভক্তি-ৰসে ধাৰ্ম্মিক বিহ্বল ;
হৃদি-মন্দিৰত মোৰ প্ৰেমৰ ৰাগিণী,
মধু ৰসে প্ৰাণ উজ্বাৱল ।



প্ৰাণ যায় তোমালই—সঙ্কুচিত মন,
নাজানিলোঁ দিব প্ৰতিদান ;
বহিলোঁ গৈ লাহেকেই কাষৰে শিলত
পৰিহৰি লাজ অভিমান ।

কওঁনে নকওঁ কিবা, সোধোঁ নে নোসোধোঁ—
অন্তৰত উঠে খলকনি ;
জুৰ বা ছাটিয়ে দিলে শান্তিৰ চুম্বন,
মাৰ গ'ল ওঠৰ কঁপনি ।

পছিম আকাশ জোৰা হিৰণ্ময়ী জ্যোতি
চাই থাকোঁ তোমাকে ধিয়ানি ;
দিঠক সপোন ভেদি পশিল কানত
কোমল কণ্ঠৰ এটি বাণী ঃ—

"গঙ্গা গিৰিবালাৰূপে ভ্ৰমিছোঁ জগত ।
বিশ্বৰ কল্যাণ মোৰ জীৱনৰ ব্ৰত ॥
প্ৰেম-প্ৰবাহত উটি নিবেদিছোঁ প্ৰাণ ।
পুণ্য ধামে পূৰ্ণ প্ৰাণ দিবা প্ৰতিদান ॥"

বিজুলী চমক লাগি উজলিল মন,
মুৰ দাঙি তোমা পিনে চাওঁ ;
লাজে ভৰা অধোমুখী শিলনি বগাই
ঘপবাই মেলি দিলা নাও ।

সাদৰে বুকুতে থাপি ৰূপহী ছবিটি
ঢউ মেলি দিলোঁ অলিঙ্গন ;
ছয়াঁ-ময়াঁ সৌন্দৰ্য্যৰ অমিয় পৰশে
( মোৰ ) মন প্ৰাণ কৰিলে হৰণ ।

তটিনী তীৰতে শোভে এটি সৰোবৰ
শিলে গঢ়া তাৰ চাৰি পাৰ,
লাগি ধুমুহাৰ ঢউ খহি যায় গৰা,
ছুটি প্ৰাণ হয় একাকাৰ ।

জনতাৰ ৰূপ-ৰাজি কলৰৱে মোক
বাস্তৱৰ পিনে নিয়ে টানি ;
তন্দ্ৰালস মনে মোৰ দেখা পায় যেন
প্ৰণয়ৰ বিশাল কাহিনী ।



আদিম সৃষ্টিৰ যেন দোকমোকালিতে
জিলিকিল সৰগী সপোন ঃ—
হিম-গিৰি শিখৰৰ কুঁৱলী আঁৰত
(তুমি) মেলিছিলা ৰূপৰ দাপোণ ।

নাচি বাগি গাই ফুৰা আজলী হিয়াত
কিবা যেন বেদনাৰ সুৰ ;
কুঁৱলীৰ মাজে মাজে জিল্‌মিল্‌কই
বিৰিঙ্গিল যৌৱন মধুৰ ।

ক্ষণেক থমকি যেন কিবা ভাবিগুণি
লাহেকই চাপিলা ওচৰ ;
( মোৰ ) তপত চুমাটি লই ৰূপালী গালত
বিহৰিলা পৰ্ব্বত প্ৰান্তৰ ।

নাচৰ নূপুৰ ৰৱে কঁপিল অম্বৰ,
লয়লাসে বায়ু টল্‌মল্‌ ;
ৰূপৰ তেজ্তে যেন মানস বুকুত
ফুলি উঠে লক্ষ শতদল ।

ভাবিলোঁ তোমাৰে সতে মিলি বিশ্বময়
তোমাৰেই ৰূপ গুণ চাম ;
লোহিত মূৰতি ধৰি ব্ৰহ্মপুত্ৰ মই
সৃষ্টি জুৰি মাধুৰী বিলাম ।

গীতৰ সুৰতে যেন কলা তুমি মোক—
"ইচ্ছা তব পূৰাম নিশ্চয় ;
ভিন ভিন ৰূপে বেশে যাচিম সকলো,
মই ৰূপ তুমি জ্যোতির্ম্ময় ।

"যুগ-যুগান্তৰ মোক লভিবা নিশ্চয়
প্ৰণয়ৰ জীৱন্ত প্ৰতিমা ;
লৌহিত্যৰ গতিতেই দিম প্ৰতিদান
সঙ্গ আসঙ্গৰ মধুৰিমা ।

"বিশ্বৰ বুকুতে আমি দুয়োৰে মিলন,
ধৰণীয়ে প্ৰেমৰ শলিতা ;
তাতেই দীপিতি ঢালি তাৰেই বুকুত
ৰচি থবা প্ৰেমৰ কৱিতা ।



"প্ৰেম-অভিযান অন্তে লভিবা যিদিনা
জীৱনৰ পূৰ্ণ তৃপ্তি খিনি ;
পূৰ্ণ মিলনৰ মুক্ত মহা সমুদ্ৰত
কাৱ্যৰো যে হব সামৰণি ।"

তুমি কামৰূপা কান্তা গঙ্গা গিৰিবালা,
ময়ে স্ৰষ্টা ব্ৰহ্মাৰ নন্দন ;
মন্দাকিনী ভোগৱতী জাহ্নৱীৰ বেশে
( তুমি ) তৰঙ্গিত কৰা ত্ৰিভুবন ।

মই মৃত্যুহীন প্ৰাণ, তুমি মৃত্যুহীনা
জগতৰ জীৱন ৰূপিণী ;
লৌহিত্যৰ বুকুতেই মুৰলী বজাই
তোলোঁ বিশ্ব-প্ৰেমৰ ৰাগিণী ।

তোমাৰ বাণীতে প্ৰিয়া হইছে ধ্বনিত
সপোনৰ ৰহস্য বচন ;
মিলন বিচ্ছেদ বান্ধি একেটি সুৰত
দিছা মোক প্ৰণয় বন্ধন ।

তোমাৰে প্ৰতিমা খনি থাপিলোঁ হিয়াত,
পুণ্যৰ সাধন মোৰ ব্ৰত ;
কৰ্ম্ম জ্ঞান মন প্ৰাণ অৰ্পিলোঁ সকলো
পূৰ্ণতাৰ অনুসন্ধানত ।

আপোনাৰ ক্ষুদ্ৰ গণ্ডী আপুনি ৰচিছোঁ,
তুমি ভ্ৰমা বিমুক্ত জগত ;
নিছিঙিবা কেতিয়াও ই প্ৰণয় বান্ধ,
ই যে মোৰ জীৱন সম্পদ্ ।

অতীত কৰ্ম্মৰ ফল কীৰিতি বিভৱ
কৰ্ম্মনশাই কৰিছে হৰণ ;
প্ৰেম-প্ৰবাহত উটি প্ৰেমময় ধামে
পালোঁ পুনু বিৰাট জীৱন ।

পাপৰ কলঙ্ক লই নোখোজোঁ পশিব
পঞ্চপীঠ প্ৰাগ্‌জ্যোতিষপুৰ ;
উত্তৰ কূলতে পাতি শত পুণ্য ধাম
অভিশাপ কৰোঁ মৰিমূৰ ।



উৰি যায় পাচে পাচে মন পখী মোৰ,
প্ৰেম-জেউতিৰ দিবা জান ;
দেৱ-পূজা উপচাৰ মাধুৰী বিলাই
সফলাবা মোৰ অভিযান ।

বাসকসজ্জাৰ বেশে মোৰে বাট চাই
ৰবা মন্দিৰৰ ঘাটে ঘাটে ;
মোৰেই কল্যাণ হেতু, পতিত পাৱনি !
প্ৰেম-লীলা খেলা মোৰে সতে।

মানৱক সেৱি ফুৰা অমৰ বন্দিতা,
পাতিবা স্বৰগ মৰতত ;
মানৱে দেৱতা হয় দেৱয়ো মানৱ
বিশ্ব জোৰা প্ৰেমৰ কাৱ্যত ।

মানৱৰ অন্তৰেই দেৱৰ মন্দিৰ
সত্য শিৱ সুন্দৰৰ থান ;
মানৱৰ ঘৰে ঘৰে শুনাম সদায়
সত্য প্ৰেম অহিংসাৰ গান ।

নতুন আলোক ৰাশি নতুন চেতনা
পুৰণিৰ নতুন উচ্ছ্বাস ;
মধ্যম পথতে হ'ক মৰতত মোৰ
জীৱনৰ চৰম বিকাশ ।

হাঁহি মুখে ৰঙা বেলি হ'ল অন্তৰ্দ্ধান
নাচে তৰা নীল আকাশত ;
এন্ধাৰ বিশ্বত উঠে শান্তিৰ হিল্লোল
জড় জীৱ মগন ভাবত ।

বিশ্বৰ বুকুত বয় বসন্তৰ বায়
আনন্দতে নাচে কবি-প্ৰাণ ;
তোমাৰ হিয়াত বয় প্ৰেম-মন্দাকিনী
থাপোঁ তাতে ধৰম ধিয়ান ।



# তৃতীয় তৰঙ্গ

[ মধ্য বা বিশৃঙ্খলতাৰ যুগ ]

চকুৰ আগতে ভাহে তোমাৰে মধুৰ ছবি,
মানসতো মধু জিলিঙনি ;
উকুঙা ভাবত উটে অথিৰ মনটি মোৰ,
অকলশৰীয়া হিয়া খনি ।

নগৰৰ পৰশত বিলাসী নাগৰ সাজি
গালোঁ কত প্ৰেমৰ সঙ্গীত
আকুল কল্পনা মোৰ ভাবৰ বিলাস হ'ল,
তুমি ফুৰা দূৰ দূৰণিত ।

মন্দিৰে বিহাৰে ফুৰি তোমাৰে বাতৰি সুধি
যাওঁ আগুৱাই আগুৱাই ;
ব্ৰাহ্মণ শ্ৰমণ জৈনে কয় ভিন ভিন পথ,
পথৰো যে সীমা সংখ্যা নাই ।

প্ৰণয়ৰ পূৰ্ব্বৰাগ মান অনুৰাগ খিনি
প্ৰবাসত লেৰেলি যে যায় ;
অভিসাৰিকাৰ বেশে ইকি আচৰণ প্ৰিয়া,
কি মতে লুকালা সতকাই ?

আঁউসীৰ আকাশত হাঁহে পূৰ্ণিমাৰ জোনে,
হাঁহে সৰে মাধৱী উষাত ;
কিয় কাঢ়ি নিলা মোৰ যৌৱনৰ হাঁহি খিনি
ৰাখি মোক কুঁৱলীৰে ছাঁত ?

মাধৱী মলয়া আহি জগায় ফুলৰ কলি
ফুলনিত ঢালি সঞ্জীৱন ;
কোন পৰাণেৰে দিলা কঠুৱা পছোৱা মেলি
বিৰহৰ ব্যথা অসহন ?

তোমা প্ৰেম জিলিঙনি সাদৰে থাপিছোঁ প্ৰিয়া
সগোপনে পৱিত্ৰ হিয়াত ;
হিংসুক ডাৱৰে কিয় উষাত কালিমা সানে
বিদায় বিষাদ সন্ধিয়াত ?



উৰি ফুৰে মন মোৰ বিচাৰি তোমাৰে ঠাই
লোকালয় মন্দিৰ বিহাৰ ;
ৰাঙলী বসন্তোৎসৱ ধূৰঁলি-কুঁৱলী হ'ল,
পালো মাথোঁ বিষাদৰ ভাৰ !

বচকী চৰায়ে গায় বসন্তৰে গুণ-গান,
কুঞ্জ-বনে তুলিছে জোঁকাৰ ;
কঠোৰ ধুমুহা আহি কোমল আনন্দ প্ৰীতি
ক্ষন্তেকতে কৰে চুৰমাৰ !

পুণ্যময় সোঁহাতেৰে পাতিলোঁ অশোকাষ্টমী
তোমাৰেই আগমন গণি ;
ঘোৰ শিলাবৃষ্টি আহি অকালতে মেলা ভাঙি
দিলে মোক শোকৰ অগণি !

সোঁৱে বাঁৱে মাজে মাজে বালুকা মন্দিৰ সাজি
থাপোঁ তাতে তোমাৰে আসন ;
বলিয়া বাৰিষা আহি ডকা চাকনৈয়া তুলি
ভাঙি নিয়ে মোৰে হিয়া খন !

যৌৱন বানত উটি তোমাকে বিচাৰি ফুৰোঁ।
গাঁৱে-ভূঁয়ে হৃদয় বিলাই ;
ঘাটে ঘাটে ৰূপহীৰ জল-কেলি কত চাওঁ,
তুমি প্ৰিয়া নাই নাই নাই !

ই কিনো শকতি ধৰা চিকোণ বিজুলী লতা,
হানা হিয়া-ভেদী বজ্ৰবাণ ;
ই কিনো মাধুৰী ধৰা চিকোণ কুসুম পাহি,
উতলোৱা পুৰুষ পৰাণ !

শৰতৰ চন্দ্ৰমাতো শান্তিৰ কাঙাল মই,
হিমতো যে বুকু মোৰ পোৰে ;
নোৱাৰো সহিব প্ৰিয়া ই হেন বিৰহ জ্বালা,
কিদৰে নুমাওঁ চকুলোৰে !

কিয়নো জগালা মোক সুদূৰৰ যাত্ৰী তুমি
ভ্ৰমি ফুৰা দেশ-দেশান্তৰ ;
কিয় নিবেদিলা প্ৰাণ যদি দিয়া নেওচন
দুখ সুখ এই সংসাৰৰ !



কি দুখত সামৰিলা প্ৰণয়ৰ লীলা খেলা
যৌৱনৰ এই অকালতে ;
কি দৰে চলাওঁ মই পূৰ্ণতাৰ অভিযান
যুঁজি ঘন কুঁৱলীৰে সতে ?

জগতৰ খেলি-মেলি জীৱনৰ অৱসাদে
পদে পদে ৰোধে মোৰ গতি ;
সংসাৰভয়ে যদি ধৰিলা ভিক্ষুণী বেশ,
এয়েনে প্ৰেমৰ পৰিণতি ?

হিয়াতে থাপিছোঁ প্ৰিয়া তোমাৰে প্ৰতিমা খনি
প্ৰেমাঞ্জলি তোমাৰে হিয়াত ;
তুমিয়ে মাথোন মোৰ জীৱনৰ ধ্ৰুৱ-তৰা,
থাকোঁ সদা মিলন তৃষাত।

পাষাণ হিয়াতে যদি আঁকিছা ছবিটি মোৰ,
পাষাণেতো নাজানে ছলনা ;
পাষাণ প্ৰতিমা তুমি কুসুম সৰভি মেলি
(মোৰ) যুগে যুগে জগাবা কল্পনা।

মায়াৰে বান্ধিছা যদি মুমুক্ষু পৰাণ মোৰ
মিছা বেশ ধৰি প্ৰেমিকাৰ,
মায়াৰ মাধুৰী কণে শক্তিৰ মূৰতি ধৰি
সফলাব মোৰ অভিসাৰ।

শিৱ শক্তি নাৰায়ণ বুদ্ধ বোধিসত্ব জিন
সৱে পায় পূজা ভক্তি মান;
তোমাৰে পৱিত্ৰ প্ৰেমে জিলিকিম জগতত
(মই) উপেক্ষিত ব্ৰহ্মাৰ সন্তান।

তোমাৰে পুণ্যৰ বাণী বুকুতে সাৱটি লই
তৰা-বছা আকাশ ধিয়াওঁ;
ধৰাৰ বুকুত দেখি পূৰ্ণ জীৱনৰ ৰেখা
খোঁজে খোঁজে আগ বাঢ়ি যাওঁ।

অতীতৰ বন্দী গছি আজিও নুমোৱা নাই
মৃত্যুঞ্জয়ী শলিতা যে তাৰ;
নতুন আবেগ ঢালি উজলাই বিশ্বলোক
সাধি যাম উদ্দেশ্য তোমাৰ।



বুজিছোঁ সকলো খিনি তথাপি নাপাওঁ যেন
স্বৰূপৰ চিনাকি তোমাৰ।
দেৱী নে ঋষি জীয়াৰী গন্ধৰ্ব্বী নে অপ্সৰী
ধৰা বেশ বসন্তসেনাৰ।

দেখিলোঁ শুনিলোঁ যিবা সেয়েই সমল মোৰ
প্ৰণয়ৰ কুটিল পথত;
আশা নিৰাশাৰ কণা নিত্য সাৰথি মোৰ
ৰহস্যৰ বননি মাজত!

অন্তৰ্দ্ধান পটতেই বিজুলীৰ ৰেখা আঁকি
ফুৰি ফুৰা কাষৰে পাঁজৰে;
তোমাৰ বাতৰি দিছে আকুল বিৰহী মোক
বসন্তৰ ডাৱৰ সমীৰে।

সমাজে বিহিছে যদি লাজৰ ওৰণি খনি—
পণ্ডিতৰ কপট বিধান;
সতীত্বৰ বিকাশত লাজৰ বিলয় হ'ক,
ওৰণিৰো হ'ক অৱসান।

সমাজে বিহিছে যিবা জাত কুল অভিমান
আজিয়েই দিওঁ বিসৰ্জ্জন ;
তোমাৰ পৱিত্ৰ হিয়া শত পুণ্য তীৰ্থ মোৰ,
প্ৰেম প্ৰীতি সত্য সনাতন।

সমাজৰ ব্যৱধানে স্বাৰ্থপৰ অনুষ্ঠানে
সমাজকে ৰাখে দাসত্বত ;
প্ৰেমিকৰ মনপ্ৰাণ বিদ্ৰোহীৰ অগ্নি-বাণ,
ভেদি যায় পাষাণ পৰ্ব্বত।

সমাজ সংসাৰ এৰি সাধক সন্ন্যাসী সাজে
যোগী ব্ৰহ্মচাৰী বামাচাৰী ;
সহস্ৰ যৌৱনে মোৰ ভুগক সংসাৰ জ্বালা,
এটি মাথোঁ চুমাৰ ভিখাৰী।

নাবান্ধো কদাপি প্ৰিয়া তোমাৰ মুকলি প্ৰাণ
সংসাৰীৰ কঠ়ৰা ডোলেৰে ;
মৃদু মলয়াৰ দৰে চুমা এটি খাম মাথোঁ
ঘাটে ঘাটে ইপাৰে সিপাৰে।



ইপাৰে সিপাৰে দুয়ো মুকলি মনেৰে ফুৰি
ঠায়ে ঠায়ে অলকা পাতিম ;
সহজ আনন্দে ভৰা ৰূপ-মাধুৰীৰ নৈত
চিৰকাল নাদুৰি থাকিম।

উত্তৰ কূলতে দুয়ো পাতিম পৱিত্ৰ পীঠ
পুণ্যময় প্ৰেমময় ধাম ;
পাপ-তাপ আঁতৰাই দুটি প্ৰাণ এটি কৰি
চিৰ বসন্তৰ গীত গাম।

আমাৰ গীততে প্ৰিয়া নাচিব মলয়া বাৱ
কানন উঠিব ফুলি ফলি ;
চিৰ বসন্তৰ মদে মত্ত পশু পক্ষী সৱে
আমাকে যাচিব মিতিৰালি।

তোমাৰেই নাচে গীতে মনিৰাজ নাগেশ্বৰ
ফুলিব প্ৰমোদ কাননত ;
ৰাতুল চৰণ লাগি ফুলিব অশোক জুপি,
কুৰুবক স্নেহালিঙ্গনত।

মিচিকনি চাৰনিয়ে ফুলাব চম্পক তিল,
উপহাসে মদাৰ বাতুল ;
সুমুখৰ বায়ু লাগি ধৰিব আমৰ মোল,
মত্ত গন্ধে ফুলাব বকুল ।

ফুলিব প্ৰিয়ঙ্গু ৰূপে জীৱন যৌৱন মোৰ
তোমাৰেই মাধুৰী পৰশি ;
এই ধৰণীতে মোক দিবাহি নিৰ্ব্বাণ সুখ
প্ৰেম তৃপ্তি শতধা বৰষি ।

আমাৰে অভিন চিতে উজলাব ত্ৰিভুবন
প্ৰেমানন্দ কৰিব বিস্তাৰ ;
মানৱৰ কাননত ফুলিব কৰুণা ফুল
ফলিব বিশ্বৰ উপকাৰ ।

একেটি মিনতি মাথোঁ প্ৰাণৰ বান্ধৱী মোৰ
থকাঁ সদা মোৰে ওচৰত ;
সৰলতা সহিষ্ণুতা জননীৰ স্নেহ ঢালি
কৰাঁ মধুময় মোৰ ব্ৰত ।



যদিহে সংশয় হয়— কঠুৱা পৰাণ মোৰ,
ছিগা তাৰ হৃদয় বীণাৰ ;
বুকু ফালি দেখুৱাওঁ বুজি পাবা প্ৰিয়া তাত
উঠে শত কৰুণ ঝঙ্কাৰ ।

নিশিক্লিলোঁ চতুৰালি বুজাব প্ৰাণৰ কথা,
ধৰা খনে বুজে ভুল মোক ;
যদি কৰা অভিমান নুবুজি হিয়াৰ ব্যথা
চেনেহেৰে সোধাঁ চকুলোক ।

প্ৰেম যাচা আঁৰে আঁৰে, আনন্দৰ চকুলোৰে
নিলগতে নিৰিখি থাকিম ;
আবেগৰ অগণিত দেই-পুৰি ছাই হব
ব্যৱধান অস্থায়ী কৃত্ৰিম ।

নগৰে বন্দৰে আছে ধনী ভূঞা সদাগৰ
সাজি শত সুন্দৰ বাসৰ ;
লুকালে পুৰস্ত্ৰী বেশে, ধৰি মগনীয়া বেশ
ভিক্ষা মাগি চাপিম ওচৰ ।

গিৰি গুহা কুঞ্জ বন লোকালয় অগণন
লুকোৱাহি যিহৰে মাজত ;
মুখে কৃষ্ণ-লীলা গাই বীণ বৰাগীৰ বেশে
বহিম গৈ তোমাৰে কাষত।

তোমাকে বিচাৰি প্ৰিয়া অকণি ডিঙাতে উঠি
পাৰ হম অপাৰ সাগৰ ;
মন্ত্ৰ-যোগাচাৰ্য্য সাজি কামৰূপী মায়া মন্ত্ৰে
পাৰ হম মহা অগ্নি-গড়।

হিম-গিৰি চূড়া যদি তোমাৰ আলয় হয়,
যোগ-বলে তালৈকে উঠিম ;
মানসৰ তলি যদি তোমাৰ গুপুত থান,
হেলাৰঙ্গে তাতো ডুব দিম।

বোৱা যদি ফল্গু-ধাৰা, বজাম করুণ বীণ
অন্তৰৰ পূৰ্ণ আবেগতে ;
মল্লাৰ বসন্ত বাণে জগাই তৰঙ্গ মালা
মিলি যাম একেটি সোঁতেতে।



খেলিলে মায়াৰ খেলা, আঠ শিৱ শক্তি ধৰি
বহুৰূপী মায়াক ছেদিম ;
প্ৰেমৰ সমীৰ ঢালি আঁতৰাই গাৰ ধূলি
জ্যোতিৰ্ম্ময়ী তোমাক লভিম।

দিব্য বিদ্যাধৰী সাজি তৰাৰ পেথমে যদি
মৰতক কৰা ইতিকিং,
বিজয়ী গাণ্ডীৱ ধৰি কোটি দিব্য বাণ মাৰি
সকলোটি তৰাকে পাৰিম,
মালা গাঁথি তোমাকে যাচিম।

ধৰোঁ দধীচিৰ অস্থি পৰশুৰামৰ তেজ
শোষণত অগস্ত্য প্ৰতিম ;
হৰ-ধনু ভঙ্গ কৰি স্বৰ্ণ লঙ্কা ধ্বংস কৰি
মহা সতী তোমাক লভিম ;
হৃদি-বৃন্দাবনত থাপিম।

মহাবাহু ব্ৰহ্মপুত্ৰ শান্তনু কুলৰ মই
অমোঘাৰ গৰ্ভ-জাত বীৰ ;
যুগে যুগে ব্ৰহ্মতেজা প্ৰচণ্ড যুৱক ৰজা
আকাশ পাতাল পৃথিবীৰ ;
—ৰাণী তুমি ত্ৰিলোক জয়ীৰ।

অনন্ত শকতি ধাৰী বিচিত্ৰ পৰাণ মোৰ
সুবিশাল হৃদয়ৰ দ্বাৰ ;
প্ৰেমৰ তৰঙ্গাঘাতে খহি বেৰা ব্যৱধান
সামৰিছে তিনিও সংসাৰ ;
—থাপোঁ তাতে আসন তোমাৰ।

বিশ্বৰ মন্দিৰ জোৰা জ্বলন্ত প্ৰদীপ মই,
তুমি মোৰে প্ৰেমৰ প্ৰতিমা ;
মোৰে জেউতিত তুমি বিকাশিছা বিশ্বময়
ত্ৰিগুণৰ অনন্ত গৰিমা—
সৃষ্টিৰ গুপুত মধুৰিমা।

*
* *

নহয় নহয় প্ৰিয়া, মিছা অহঙ্কাৰ মোৰ
অলীক ভাবনা ভাবে উতলা পৰাণে ;
উদিছে স্মৃতিত পুনু তোমাৰ অমৰ বাণী,
পুণ্য ধামে পূৰ্ণ প্ৰাণ দিম প্ৰতিদানে।

কোনোবা যুগৰে পৰা পূৰ্ণতাৰ যাত্ৰা মোৰ
সুবিশাল অভিযান দুৰ্ব্বোধ্য বিহাৰ ;
অন্তৰৰ জেউতিয়ে নিব দেখুঁৱাই পথ
নিৰাশা নিপাতি ধৰোঁ সংযম তোমাৰ।



তোমাৰো হিয়াত বয় একেটি নিছিগা সোঁত,
পৰ্ব্বত ভৈয়াম ভ্ৰমি মোতে মিলিবাই ;
বসন্ত মলয়া বোধি দিম পূৰ্ণ হিয়া ঢালি,
তোমাৰে গতিত প্ৰাণ দিম উটুৱাই।

একেটি উদ্দেশ্য লই ভ্ৰমিছা প্ৰেমিকা বালা
প্ৰশান্ত প্ৰেমৰ মৃদু উৰ্ম্মিমালা তুলি ;
ৰহস্য মেখলা পিন্ধি ঢাকিছা ৰূপালী হিয়া,
মেঘৰ মাজত যেন লুকোৱা বিজুলী।

ধৰণী বিয়াপি বোৱা গঙ্গা দশহৰা তুমি
কামৰূপী গিৰি বনে আছা অলক্ষিতা ;
মোৰ তীৰতেই পতা শতেক অশোকাষ্টমী,
মলিন দৃষ্টিত মোৰ হোৱা অন্তৰ্হিতা।

কোনোবা যুগৰে তুমি মানসী প্ৰেয়সী মোৰ,
বিলাইছা ধৰণীত প্ৰেম পৱিত্ৰতা ;
ধৰাৰ বুকুত দেখোঁ যতেক আউল আৰ
তুমিয়ে গুচাই দিয়া ঢালি সৰলতা।

যুগে যুগে নৰ ৰূপে হ্লাদিনী শকতি তুমি
কৰিছা বিজয় মোৰ পুৰুষ পৰাণ ;
ললিতা, কান্তা, সন্ধ্যা,—গায়ত্ৰী ৰূপিণী তুমি,
তুমিয়ে শুনোৱা মোক সনাতন গান ।

তুমি ৰজী, তুমি 'ৰাই', তুমি ৰামী ৰজকিনী,
তুমি চিৰ ৰসময়ী ভকতি দায়িনী ;
ৰূপে ৰসে বিকশিতা মন্ত্ৰে গীতে বন্দিতা
তুমি মোৰ ছন্দোময়ী কৱিতা ৰূপিণী ।

তোমাৰ যৌৱন কান্তি বিৰিঙিছে বিশ্বময়
কৱিতাৰ হিল্লোলত নাচি উঠে প্ৰাণ ;
তোমাৰ তুমিত প্ৰিয়া/যি গৰিমা থিনি
চিৰকাল সেয়ে মোৰ কামনা ধিয়ান ।

তোমাৰ কৰুণা প্ৰিয়া বিশ্বক বিলাই দিয়া,
সৰ্ব্ব বিশ্ববাসীকেই আপোন মানিম ;
তোমাৰ তুমিত প্ৰিয়া আছে যি মাধুৰী সনা
তাতে মাথো স্বাৰ্থ মোৰ অটুট ৰাখিম ।



তোমাৰ অবুজ নীতি আসক্তি কীৰ্ত্তি বিৰাগে
তোলক জগত জুৰি ভাৱৰ প্লাৱন ;
তোমাৰ তুমিত প্ৰিয়া আছে যি মঙ্গলময়
সেয়ে মোৰ জীৱনৰ সাধনাৰ ধন ।

স্বৰগৰ মন্দাকিনী ধৰণী প্লাৱিত কৰা,
ধৰণীতে হব মোৰ প্ৰেমৰ সাধন ;
ধৰণীৰ পাপে তাপে কায়া যদি লয় হয়,
তোমাৰ চুম্বনে মই লভিম তৰ্পণ ।

*

ভ্ৰমা যদি অনন্ত বিশ্বত, পাম লগ অনন্ত পথত,
একে সুৰে গাম পূৰ্ণ মিলনৰ গান ;
কায়া হয় হ'ক ধূলিসাৎ, বিশ্ব লয় হ'ক প্ৰলয়ত,
ব্ৰহ্ম-সমুদ্ৰত মিলি হম পূৰ্ণ-প্ৰাণ ।



# চতুৰ্থ তৰঙ্গ

[ আধুনিক বা নৱন্যাসৰ যুগ ]

অশোকাষ্টমীত চালোঁ এটি বাৰ
ক্ষণেক জিলিকা তোমাৰে ছবি ;
নবীন পুলকে উথলি উঠিছে
দিবা-নিশি মোৰ আকুল কৰি ।

পুৰণি বন্তীৰ আলোকত কত
ৰচিলোঁ কবিতা আবেগ ময় ;
কত অভিযান কত অভিসাৰ
কালৰ বুকুত পৰিছে জঁয় !
আজি পছোৱাৰ হেন্দোলদোপত
নতুন চেতনা জাগিছে প্ৰাণত,
নতুন যুগৰ নতুন বীণত
নতুন গীতৰ নতুন লয় ;
মৰহা মলিন প্ৰকৃতিৰ বুকু
ৰূপ-ৰস গন্ধ মদিৰাময় ।



ছঁয়া-মঁয়া যদি জীৱন তোমাৰ,
মনোময় মোৰ প্ৰেমাভিযান ;
ভাবনাৰে যদি সাধনা তোমাৰ,
দিয়াঁ কৱিতাৰ অমৰ তান ।
অপূৰ্ণ প্ৰাণত জ্বালি হোমানল
প্ৰেমৰ প্ৰতিমা জ্বলা জল্-মল্,
অশ্ৰু বিষাদ পুলকিত কৰি
উজলোৱাঁ মোৰ প্ৰেমিক প্ৰাণ ;
কৱিতা কলাৰে ৰচি ই জীৱন
প্ৰতিদানে দিওঁ তাকেই দান ।

বিহুতীয়ে ৰচে প্ৰাণৰে কৱিতা
যৌৱনৰ অভিযান ;
পৰ্ব্বতে ভৈয়ামে আনন্দ উলাহ
জীৱনৰ জয় গান ।
আৰু কত দিন প্ৰাণৰে বান্ধই
ওৰণি আঁৰত থাকিবা লুকাই,
জড়-জীৱ হিয়া স্পন্দিত কৰি
তোমাৰে প্ৰেমৰ উঠিছে বান ;
মোৰেই বুকুত উৰোৱাঁ তোমাৰ
বিজয়ী কেতন কীৰিতিমান ।

উষাই বিলায় উথৰা ধৰাত
তোমাৰে সঞ্জীৱনী ;
কুঞ্জে কাননে মাৰিছে মদনে
ফুল-বাণ সম্মোহনী।
ৰচকী চৰায়ে গায় আগমনী,
তৰু-লতিকাই তোলে প্ৰতিধ্বনি,
দ্বীপ-দ্বীপান্তৰ ঝনকাই ফুৰে
প্ৰেম-তৰঙ্গৰ মধুৰধ্বনি ;
জিলিকে বিশ্ব-ধৰাৰ বুকুত
তোমাৰে মধুৰ প্ৰতিমা খনি।

তোমাৰে সৌন্দৰ্য্য বিলায় কাননে,
তোমাৰে সৌৰভ পদুম পাহি ;
তোমাৰে মাধুৰী সানি বুকুটিত
জুবিটীয়ে মাৰে ৰূপালী হাঁহি।
তোমাৰে খোঁজৰ নেপুৰৰ ধ্বনি
বজ্ৰ বুকুতো তোলে শিয়ৰণি,
তোমাৰে গীতৰ সুৰটিত বাজে
মৃদু মলয়াৰ কোমল বাঁহী ;
স্বৰগ পৰশা পাখী মেলি মোৰ
মন-পখী ফুৰে উলাহে ভাহি।



মোৰ, আবেগ মধুৰ বিৰহ মধুৰ
মধুৰ জীৱন স্মৃতি ;
ভাবনা মধুৰ কামনা মধুৰ
মধুৰ মানস প্ৰীতি।
ধৰাতে চলাই প্ৰেম-অভিযান
ভুগিছোঁ কতনা তোমাৰেই দান,
কুঁৱলীৰ জাল ফালি কত বাৰ
চালোঁ স্বৰগৰ ক্ষীণ দীপিতি ;
স্বৰ্গীয় সুধাৰ কলসীয়ে যেন
বৰষিছে মোৰ প্ৰেম-তৃপিতি।

জীৱন মৰণ জয় পৰাজয়
নাই যে ভাবনা তাৰ ;
আশা নিৰাশাৰে ৰচি কত মালা
যাচোঁ প্ৰেম উপহাৰ !
ক'লা ডাৱৰত খেলিছে বিজুলী,
কঁপে মন প্ৰাণ আকুলি ব্যাকুলি,
কল্পনা ৰথত লাগিছে ধুমুহা
দিগ্-দিগন্ত কৰোঁ বিহাৰ ;
ছঁয়া-মঁয়া কিবা ধৰোঁ ধৰোঁ কৰি
পৰোঁহি উফৰি পুনৰ বাৰ।

মেঘৰ সিপাৰে হিৰণ-কিৰণ,
সাগৰ তলিত মুকুতা মণি—
নলিনীৰ হিয়া মৰহি পৰিছে
মানিনী নামানে শত বুজনি।
কঠুৱা মেঘৰ বুকু কুমলিল,
সাগৰৰ তলি উথলি উঠিল,
নলিনী পৰশে বৃষ্টিৰ ধাৰাত
পতিৰ গলিত হৃদয় খনি ;
মানিনী বোটলে ঢউ ভাঙি ভাঙি
লাখ মুখুতাৰ চিক্‌মিকণি !

সান্ধ্য সমীৰে কিয় এনেদৰে
কঁপায় বীণৰ তাঁৰ,
কৌমুদী প্লাৱিত নলিনী বুকুত
কি নো বেদনাৰ ভাৰ ?
কোনে মছি নিব জীৱনৰ মোৰ
করুণ কাহিনী ব্যৰ্থতাৰ ;
—নাই ওৰ ভাবনাৰ !



সৰগৰ ৰাণী সপোন কুঁৱৰী
থকা গই সৰগতে ;
মৰতৰ সুধা পিয়াসী পৰাণী
থাকি যাম মৰততে।
নিৰিচাৰোঁ পুনু তোমাক প্ৰেয়সি,
দূৰ গগনৰ অন্তৰাল পশি,
তোমাৰ প্ৰেমৰ সৰগী সপোন
ফলিব বাস্তৱ ধৰা ধামতে ;
দুখনি হিয়াৰ দান প্ৰতিদান
ঘটিব ধৰাৰে ৰাতি দিনতে।

বিহৰিছা তুমি এই মৰততে
পৱিত্ৰ প্ৰেমৰ বাণী বিলাই ;
ক্ষুদ্ৰ গণ্ডীত খেপিয়াওঁ মই
এন্ধাৰৰ বোজা মূৰত লই।
উৰি ফুৰে মন গতি পথ ভুলি,
দেখোঁ ধৰাময় কিবা খেলি-মেলি,
ৰঙা হিয়া খনি ক'লাকৈ বোলালে
পৰাধীনতাৰ হুমুনিয়াই ;
পাপ তাপ হিংসা কালিমাৰে ভৰা
ই ধৰা যে আজি নিৰাশ ঠাই !

সংসাৰ সুখৰ সপোন সৌধেৰে
জিনিব খুজিছোঁ তোমাৰ মন ;
ক্ষুদ্ৰ স্বাৰ্থৰ মৰ্ম্মৰ বেদীত
থাপিছোঁ তোমাৰ সিংহাসন ।
সত্যৰ সাঁচত মিছাক গঢ়িছোঁ,
জ্ঞানৰ জৌলসে জগত জিনিছোঁ,
হিয়াৰ ধৰম স্বাৰ্থেৰে জুখি
ভাঙ্গিছোঁ গঢ়িছোঁ আপোন জন ;
প্ৰেমৰ আবেগ সৰগী জেউতি
বৰ্ব্বৰতাৰ বগা ঢাকন !

জ্ঞান বিজ্ঞানৰ গায় জয়গান
পাণ্ডিত্যত অভিমানী ;
ভাঙিছে পুৰণি গঢ়িছে নতুন
নব্য ৰহণ সানি ।
কপটি গুৰুৱে দিয়ে ব্ৰহ্ম-জ্ঞান,
ধৰ্ম্মাধিকাৰে ধনৰ বিধান,
নুবুজে কোনোৱে প্ৰেমৰ বিধান
হিয়াতে নিজৰা সৰগী বাণী ;
সেয়ে তুমি প্ৰিয়া অনাথিনী বেশে
ভ্ৰমিছা জগত অভিমানিনী !



ঐহিক সুখত সভ্যতাৰ বেদী,
বিজাতি শোষণ শাসন নীতি ;
স্বদেশ সেৱাৰ বিৰাট যজ্ঞত
দিছে বলিদান মানৱ প্ৰীতি ।
সাম্য মুকুতি মৈত্ৰীৰ বাণী
গঢ়িছে ধনিক বনিকৰ শ্ৰেণী
যন্ত্ৰ-যুগৰ ঘৰ্-ঘৰণিত
সাহিত্যয়ো ধৰে ধনীৰে ৰীতি ;
কৃষ্টি-হাৰা এই ধৰণীত প্ৰিয়া
নাগাওঁ নাগাওঁ প্ৰেমৰ গীতি !

ধনী প্ৰতাপীৰ তাণ্ডৱ লীলা—
নিৰ্য্যাতিতৰ ভয় ;
হাঁহিছে এজনে কান্দিছে শতেকে—
জগত দৰিদ্ৰালয় ।
গণ-মানৱৰ শোষণ যজ্ঞত
জ্বলি পুৰি মৰে হিংসুক জগত,
সভ্যতাৰ যুগ ?—হাঁহি উঠা কথা,
দানৱ সভ্যতা পৃথিবী ময়,
সৰলা সুশীলা প্ৰেম-ভিখাৰিণী
(তুমি) লাজতে দুখতে পৰিছা জঁয় !

এই ভাৰতৰে প্ৰতি ধূলি কণে
তোমাৰে কীৰ্ত্তিৰ বুৰঞ্জী কয় ;
এই ভাৰতৰে কৰি মনীষীয়ে
সত্য সুন্দৰৰ আৰতি গায় ।
মঠ মন্দিৰত তাজ মচ্‌জিদত
আজিও বিৰাজে সভ্য ভাৰত,
এই ভাৰতৰে মঙ্গল যজ্ঞত
শত অৱতাৰে জনম লয় ;
ধৰাত নহয়, ভাৰততে প্ৰিয়া
প্ৰাণ মোৰ হব পূৰ্ণতাময় ।

এই ভাৰতৰে পৰ্ব্বতে কন্দৰে
আদিম কলাই পাতনি মেলে ;
এই ভাৰতৰে কৰিৰ প্ৰাণত
আদিম ছন্দই জনম ললে ।
অৰণ্য মাজত উঠে সাম-গান,
বৃন্দাবনত মুৰলীৰ তান,
সাধনা ৰচনা কৰম বীৰত্বে
অতীত ভাৰত আজিও জ্বলে ;
পৰাধীনতাৰ পাপতে আজি যে
সকলো সাধনা যায় অথলে !



এই অসমতে শুনাইছা মোক
আদি যৌৱনৰ আদিম গান ;
এই অসমতে পাতিছা আমাৰ
প্ৰণয়াভিষেক হৃদয় দান ।
এই অসমৰে বুৰঞ্জী শাস্ত্ৰই
সতীৰ গৰিমা গাইছে সদায়,
পুণ্য পীঠে ভৰা এই ভূমি প্ৰিয়া
তোমাৰে কীৰ্ত্তিৰ যোগ্য স্থান ;
আঁতৰাই যত পাপ দুৰদশা
কৰাঁহি ই দেশ জ্যোতিষ্মান্ ।

শুনা, সৌৱা শুনা ছানি ত্ৰিভুবন
ৰণৰ দুন্দুভি উঠিছে বাজি ;
সাম্ৰাজ্যবাদীয়ে পাতে নৰ-মেধ
দুৰ্দ্দান্ত ৰণৰ দেৱতা সাজি ।
স্বজাতিৰ স্বাৰ্থ পূৰণৰ হকে
শৃঙ্খল বন্ধন দিয়ে জগতকে,
স্বদেশ মাতৃক পূজিছে অন্ধই
নৰ-ৰক্তেৰে ধৰণী ৰাঁজি ;
জাতিয়ে জাতিয়ে শত্ৰুতাৰ জুইত
দেই-পুৰি মৰে জগত আজি !

কি যে নিষ্ঠুৰ মানুহৰ প্ৰাণ,
কি যে বৰ্ব্বৰ এই প্ৰাণ দান,
এয়েনে প্ৰেমৰ পূজাৰী মানুহ,
ইহঁতক কোনে মানুহ বোলে ?
ধ্বংস হত্যাৰ বিৰাট শ্মশান,
গণ-মানৱৰ মহা থান্-বান্,
জলে স্থলে শূন্যে নাই পৰিত্ৰাণ,
বিশ্ব জুৰি সোৱা প্ৰলয় তোলে !

বৃথা নেকি মোৰ প্ৰেমৰ সাধনা,
বৃথা ই জীৱন বৃথা প্ৰতীক্ষা !
যুগে যুগে মোৰ যৌৱন কাহিনী
করুণ ছন্দত থাকিব লিখা ?
কোন ৰাহুৱেনো গ্ৰাসিছে ধৰণী,
কোন চয়তানে জ্বালিছে অগণি,
কি পাপত মই জ্বলালোঁ কেতিয়া
কোন মহৰ্ষিৰ ক্ৰোধাগ্নি শিখা ;
কিম্বা পাতিছেনে নিয়তিয়ে মোৰ
প্ৰেমিক প্ৰাণৰ অগ্নি পৰীক্ষা ?



তুলি লওঁ তেন্তে সুপ্ত গাণ্ডীৱ
বিশ্ব বিজয় কৰা ;
বিনাশিম আজি দানৱৰ দল
উদ্ধাৰিম বসুন্ধৰা ।
মানৱ ৰক্ষাত ধৰোঁ অগ্নি-বাণ,
দিগ্বিজয়ত ধৰোঁ ফুল-বাণ,
শক্তি-ৰূপিণি, দিয়াঁ শক্তি মোক
অন্তৰ বাহিৰ জোৰা ;
সহস্ৰ বিপদ বিঘিনি মাজত
তুমি মোৰ ধ্ৰুৱ তৰা ।

তোমাৰে প্ৰেমৰ অগণি জ্বলাই
দানৱ কুলৰ পাতোঁ শ্মশান ;
কৰোঁ ছাৰখাৰ পুৰণি জগত,
এৰি দিওঁ মোৰ পুৰণি গান ।
বীণৰ তাঁৰেৰে গাণ্ডীৱ আঁটি
ঘোৰ অদৃষ্ট পেলাওঁ কাটি,
নতুন সৃষ্টি পাতোঁ ধৰণীত
নতুন মানৱ নতুন প্ৰাণ ;
তাৰে মাজতেহে বাজিব আমাৰ
মুকুতি শান্তিৰ ঐক্যতান ।

নহয়, নহয় দিলোঁ বিসৰ্জ্জন
অগ্নি-বাণ মোৰ প্ৰলয়কাৰী ;
প্ৰেমাভিষিক্ত আতমাটি মোৰ
অনন্ত অতুল গুণাধিকাৰী।
জাগিছে প্ৰাণত অজেয় শকতি,
অবাৰিত মোৰ মনৰ প্ৰগতি,
এই ভূ-ভাৰত মোৰে বৃন্দাবন—
ময়েই মোহন মুৰলীধাৰী ;
জগতৰ পাপ কৰিম মোচন
সত্য অহিংসাৰ বাণী প্ৰচাৰি।

জগাওঁ দেশৰ ভাই ভনীটীক
দাসত্বৰ শোৱা পাটীৰ পৰা ;
অহিংস বিপ্লৱে কঁপাই তোলক
পৰ্ব্বত ভৈয়াম নদী নিজৰা।
নিৰীহ স্বাধীন ৰাইজৰ প্ৰাণ
মুক্তিৰ যজ্ঞত দিওঁ বলিদান,
মিলিত কণ্ঠে জয় ধ্বনি তুলি
কপাওঁ ভাৰত বসুন্ধৰা ;
গণ-স্বৰাজৰ পতাকা তলত
বোৱাওঁ প্ৰেমৰ অমিয়া ধাৰা।



হঠাতে নিশাত মানসী প্ৰতিমা
দিলা সপোনতে দেখা—
পতিত পাৱনী দেৱী জাহ্নৱী
অপূৰ্ব্ব ত্ৰিবঙ্গ বেশা ;
কলা কাণে কাণে—"পূৱ আকাশত
সৰগী উষাৰ পৰিছে ৰেখা ;
নতুন উছাহে লোৱা বীণ খনি,
মিলন আছে যে ভাগ্যত লিখা।"

সেয়েহে আজিও উঠিছে গুমৰি
প্ৰেমী প্ৰেমিকাৰ হিয়াৰ তান ;
সেয়েহে আজিও গায় জন-গণে
সাম্য মুকুতিৰ নতুন গান।
যঁতৰৰ ধ্বনি বিপ্লৱৰ বাণী,
গণ-মুকুতিৰ বিৰাট পাতনি,
যুগৰ জনমে ভাঙ্গিছে গঢ়িছে
ধন-তান্ত্ৰিকৰ বিধি-বিধান ;
ধূৱঁলি-কুঁৱলীৰ মাজতেই দেখোঁ
মানৱ আত্মাৰ মহা উত্থান।

সেয়েহে আজিও ক্ৰৌঞ্চ-কবিয়ে
নৱ নৱ ছন্দে ৰচিছে গান ;
শত কলাকাৰে নৱ ভাব ঢালি
আঁকে পূৰ্ণতাৰ ছবি মহান্ ।
জাগতিক তত্ত্ব কৰি আবিষ্কাৰ
সহস্ৰ ঋষিয়ে কৰিছে প্ৰচাৰ,
সহস্ৰ প্ৰেমিকে খুজিছে গঢ়িব
পূৰ্ণ মানৱৰ পুণ্যস্থান ;
এখনি মঞ্চতে খুজিছে পাতিব
মহামানৱৰ মহানুষ্ঠান ।

বিশাল বিশ্বত বইছে তটিনী
প্ৰগতিৰ গতি ধৰি ;
সৱাকো সামৰি যায় আগ বাঢ়ি
সাগৰ সৃষ্টি কৰি ।
তোমাৰে বুকুত হে মোৰ প্ৰেয়সি,
শত ধাৰা তাৰ বয় দিবা-নিশি,
দেখিও নেদেখোঁ অন্ধ প্ৰেমিকে,
শুনিও সুৰটি যাওঁ পাহৰি ;
নতুন উছাহে ধৰি মহাব্ৰত
নতুন ৰাগিণী জগাওঁ বীণত,



তোমাকে ধিয়াই হেৰা কল্যাণি,
দিওঁ উটুৱাই জীৱন তৰী ;
যাওঁ দৃঢ় চিতে পূৰ্ণতাৰ পথে
ব্যাঘাত সজ্মাত বিচূৰ্ণ কৰি,
চুমি তোমাৰেই প্ৰেম-লহৰী ।



## পঞ্চম তৰঙ্গ

[ অতি আধুনিক বা পুনৰ্গঠনৰ যুগ ]

কি নতুন ৰাগিণীৰে তুষিম তোমাক প্ৰিয়া !
কণ্ঠহাৰা আজি মই,
মন্দগতি আতঙ্কে অধীৰ,
ভগ্ন-প্ৰায় বীণ মোৰ—বিশৃঙ্খল সুৰ ।
শুনিছানে ৰক্ত-স্ৰাৱী কালৰ কল্লোল ?
কামান বিমানে আজি
ঘোষে নেকি
বুৰঞ্জীৰ যৱনিকা পাত ?
কিম্বা নৱ বিধানৰ তাণ্ডৱ নৰ্ত্তণ ?
দৃষ্টি মোৰ ধোঁৱা জালে ঢকা ।
শুনা সোঁৱা চউদিশে
খেলি-মেলি উখল-মাখল,
প্ৰকম্পিত ধৰাতল গগন মণ্ডল ;
প্ৰতাপীৰ ৰণ-নাদ,
বুভুক্ষুৰ আৰ্ত্তনাদ,
মুমূৰ্ষুৰ কাতৰ ক্ৰন্দন,



জনতাৰ থান্-বান্, ভগনীয়াৰ হা-হুমুনিয়াহ,
আতঙ্কিত আমোলা তন্ত্ৰৰ
অৰ্থহীন গণ নিষ্পেষণ,
সত্যাগ্ৰহী বিপ্লৱীৰ বুকুৰ শোণিত সিক্ত
ঘোৰ নিৰ্য্যাতন ;
আসুৰীয়া সভ্যতাৰ পুঞ্জীভূত পাপৰ বেদীত
হিংসাৰ নৰ-মেধ—হোতা বিজ্ঞান ।

কি নতুন ৰাগিণী নো আজি
শুনাম তোমাক হে মানিনি !
আজি যুগ সন্ধিক্ষণ ।
আজি জগতৰ এই উত্থান-পতনে
টানে মোৰো প্ৰাণ
নৱ সংগ্ৰামৰ পিনে ।

ইচ্ছা হয় যেন
ঘনে ঘনে বাৰিষাৰ উন্মত্ত প্লাৱন তুলি
লগাওঁ হেন্দোল-দোপ—
পৃথিবীৰ ওলট-পালট ;
উখৰা বুকুত উঠে বলিয়া মনৰ বালি-ঝড় ।

লগে লগে
দুৰ্যোগ ধুমুহা ঝঞ্ঝাবাতে—

মছি নিয়ে যেন,
অন্তৰৰ মধুময় ইতিহাস মোৰ।
স্বপ্নময় অতীতৰ
সহস্ৰ সঞ্জাত জিনা অনন্ত আশাৰ গীতি,
হাঁহি চকুলোৰে ৰঁজা
মৃত্যুহীন প্ৰীতি
বাস্তৱৰ ৰৌদ্ৰ তাপে জঁয় পৰি যায় ;

বিশ্বাসৰ সুদৃঢ় বেদীত
থাপিছিলোঁ প্ৰতিমা তোমাৰ
জীৱনৰ ক্ৰুৰ তৰা ৰূপে—
প্ৰণয় আমাৰ প্ৰিয়া মিছা যে নহয়—
বাৰে বাৰে বন্তী জ্বালোঁ
স্বৰূপৰ প্ৰকাশ বিচাৰি,
বাৰে বাৰে ব্যৰ্থতাৰ ঘোৰ অন্ধকাৰ !

কত দিন
অকলে আপোন মনে বহি নিৰলাত
গালোঁ মই নিজানৰ গান ;
কত দিন সকাতৰে তন্ময় ভাৱতে
গিৰি মল্লিকাক প্ৰেম-মকৰন্দ মাগি,
কিম্বা সেই দীপ্-লিপ্ ছোৱালীটীৰ
ছাঁয়া-চিত্ৰ চাই



আপোনাৰ মনে বছা বিচিত্ৰ ফুলৰে
গাথিলোঁ অক্ষয় মালা—
প্ৰীতি উপহাৰ,
যুগৰ ধুমুহা লাগি সকলোটি হয় ছাৰখাৰ !
মিলন প্ৰয়াস মোৰ
মৰীচিকা ময় !

তথাপিতো
শত শত হতাশাৰ ইতিহাস জিনা
প্ৰাণ মোৰ আজিও অপৰাজিত,
চিৰ অব্যাহত মোৰ
প্ৰণয়ৰ মহা অভিযান ;
বিৰহ ব্যথাতে জাগে বীৰত্বৰ গাঁথা
মৃত্যুহীন কাব্য জগতত।
অতীতৰ সহস্ৰ প্ৰশ্নই
কৌতুহল বিস্ময় সংশয়ে
ডাৱৰৰ গভীৰতা ফালি
দেখা পায় যেন
সুদূৰৰ ৰিনি-ৰিনি চন্দ্ৰমাৰ আলো—
ধীৰ স্থিৰ বিমল বিকাশ ;
অনন্ত এন্ধাৰতো জ্বলে যেন
এটি দীপ-শিখা—মুখনি তোমাৰ ;

মৃত্যুৰ আকাশে যেন
প্ৰসৰিছে ভৱিষ্যৰ জেউতি কোঁৱৰ !

কি নো অভিমান তেন্তে—
কি নো অপৰাধ মোৰ ?
জীৱন যৌৱন গঢ়া মধুৰ তৃষাৰ
নাই জানো কোনো সাৰ্থকতা ?
হেৰালোঁ নে পোন পথ হাদিৰা চকীত
কিম্বা সউ কমতাৰ ধ্বংসৰ স্তূপত ?
ভাল পোৱা মোৰ
'গোল্ডেন ফ্লিচ' বিজয়ৰ মহা অভিযান
কীৰ্ত্তিময় কালৰ বুকুত ;
তুমিতো নোহোৱা প্ৰিয়া
দণ্ডকাৰণ্যৰ সেই সোণৰ হৰিণা !
কোৱঁা তেন্তে কোৱঁা,
ৰহস্যৰ দুৱাৰ-ডলিত
এখন্তেক থিয় দি কোৱঁাহি—
কোন পুণ্য গতিধৰি স্বাধীনা বালাৰ দৰে
দুনিয়াৰ হিত সাধি কৰিছা বিহাৰ ;
নাইৰা সমৰ কালীন
শিথিলতা কুহকৰ ছলনাত পৰি
শৃঙ্খলিতা লাঞ্ছিতা দাসী ৰূপে আজি



স্বেচ্ছাচাৰী শাসকৰ
কিম্বা ধনী প্ৰতাপীৰ
প্ৰমোদৰ ধৰিছা যোগান,
মোৰ পৰা আঁতৰত—
বহু আঁতৰত !

তাৰো বাবে নাভাৱোঁ ভাবনা ।
ধ্বংসময় যাত্ৰাৰ পথতে যদি
তোমাৰ বুকুটি ছোৱা মলয়াৰ ছাটি লাগি
আধা মৰা বিলৰ বোকাত
সহস্ৰ পদুম আৰু পানী মেটেকাৰ ফুল
ফুলি উঠি দশোদিশ কৰে জাতিস্কাৰ,
সেয়ে মহা সত্য মোৰ ;
তাৰে ইঙ্গিততে
অনন্ত শকতি ধৰি, সচেতন উদ্দাম গতিৰে,
ধৰণীৰ ঘন অন্ধকাৰ ফালি-ছিৰি,
মৃত্যুক সাৰথি কৰি,
প্ৰতাপীৰ অগ্নি-গড় জিনি,
ধ্বংস কৰি শত শত লৌহ কাৰাগাৰ,
তোমাৰ পৱিত্ৰ প্ৰাণ কৰিম উদ্ধাৰ ।
আৰু তাৰে সতে
সীতা উদ্ধাৰৰ এই মহা সংগ্ৰামতে

ধ্বংস হব দানবীয় যন্ত্ৰ-সভ্যতা।
ধ্বংসৰ বেদীতে হব
সৃষ্টিৰ পাতনি—নতুন সত্যৰ অধিবাস।
তাতো যদি ব্যৰ্থ হওঁ,
এৰি যাম ধৰাৰ ধূলিত
এটুপি চকুলো মাথোঁ
আৰু এটি গীত
প্ৰলয়ৰ দিনলৈকে
প্ৰণয়ৰ সাক্ষী দিবলই।

অলীক ভাবনা মোৰ।
নিৰাশাৰ স্বপ্নময় করুণ ৰাগিণী তুলি
কিদৰে আঁকিম মই
আপোন প্ৰাণত
কদাকাৰ পাপ পৰিবেশৰ মাজত
পুণ্যময় পূৰ্ণ আতমাৰ ছবি এটি
তোমা হেন প্ৰেমিকাৰ যোগ্য উপহাৰ?
ৰচিব লাগিব আজি
কৰমৰ কঠুৱা কলাৰে
ধৰণীত মহা পুণ্যধাম;
বিশ্ব-মঙ্গলৰ মহা যজ্ঞৰ বেদীত
সত্যৰ হোমাগ্নি জ্বালি,



জীৱনৰ পূৰ্ণাহুতি ঢালি
গঢ়িব লাগিব আজি তাতে
হিন্দু মুছলিম শিখ খৃষ্টান বৌদ্ধৰ
সত্য শিৱ সুন্দৰৰ সাধনাৰ থলী—
তুমি মই সকলোৰে মিলন মন্দিৰ।
দেখিছোঁ দেখিছোঁ আজি
সৌৱা গণ-মানৱৰ জীৱন লীলাত
পুণ্যৰ জীৱন্ত তীৰ্থ
আৰু
অফুৰন্ত ছন্দৰ নিৰ্ঝৰ যেন
মূৰতি তোমাৰ।

কি যে মহা অন্ধ অতীত!
নালাগে নালাগে মোক
সমাজ বিৰাগী সেই পুৰণি দীক্ষাৰ
নিজানৰ স্বাৰ্থপৰ ঋষি তাপসৰ
প্ৰাণহীন সাধনাৰ ধন,
গণ-সমাজৰ য'ত নাই অধিকাৰ।
নিৰ্য্যাতিতা ধৰণীৰ ঘন আৰ্ত্তনাদে
সোঁৱৰায় বাৰে বাৰে মোক
তোমাৰেই যুগমীয়া বাণী—
'বিশ্বৰ কল্যাণ মোৰ জীৱনৰ ব্ৰত'।

ধৰণীৰ করুণ আহ্বানে
টানে মোক গণ-মানৱৰ সেৱালই—
বিশ্ব-বাসীৰ পূজালই ;
সেই আহ্বান
আন কোন সাধনাৰে কৰোঁ প্ৰত্যাখ্যান ?
চিৰকাল সহস্ৰ সূতাৰে
বিশ্ব-বাসীৰে সতে
গঁথা আছে ক্ষুদ্ৰ প্ৰাণ মোৰ,
বিশ্ব-সমাজৰ প্ৰাণ তোমাৰো আসন ।

চোৱাঁ সৌৱা বিশ্ব-ৰূপ আজিৰ যুগৰ ।
দুৰাচাৰ মানৱৰ দুৰ্জ্জয় বাণত
জৰ্জ্জৰিত জন-গণে
তোলে সৌৱা ধৰাময় মহা আৰ্ত্তনাদ ;
লক্ষ লক্ষ সৰ্ব্বহাৰা ধনী নিৰ্য্যাতিত,
চিৰ নিষ্পেষিত,
ডেকা বুঢ়া শিশু জনগণে
মহামাৰী দুৰ্ভিক্ষত দিছে বলিদান
সৃষ্টিৰ চৰম দান—মানৱ জীৱন ;
গাওঁ ভূঁই থান্-বান্—শ্মশান শ্মশান !
গৃহহীনা বস্ত্ৰহীনা
বুভুক্ষিতা জননী কোলাত



ভোক পিয়াহত
শিশুৰ কঙ্কালে কান্দে—
জীৱন ভিখাৰী,
জননীয়ে যাচে মাথোঁ
শেতা পৰা গাল ধোৱা চকুলো দুধাৰি ।
আৰু সৌৱা চৰহত
নৰ্দ্দমাৰ পাৰে পাৰে
পেলনীয়া মিলিটেৰী ৰুটীৰ টুকুৰা লই
বুভুক্ষিত সৰ্ব্বভুক্
নৰ-নাৰী পিশাচৰ
কঢ়া-কঢ়ি মৰা-মৰি বিকট চিৎকাৰ !
আৰু চোৱাঁ আন পিনে
ৰাস্তা কঁপাই ফুৰে
চাহাৰী পোচাক পিন্ধি
চকু মুদি চিগাৰেট হুপি
ভোগে মহগুল্ কত ধন লুটিয়াৰ ।
নিয়তিৰ কিনো পৰিহাস !
এয়ে নেকি সভ্যতাৰ শ্ৰেষ্ঠ বিধান
জ্ঞান-গৰ্ব্বী কুৰি শতিকাৰ ?
ক'ত আজি শক্তিমান শাসন তন্ত্ৰৰ
অত্যাচাৰী কৰ্ম্মচাৰী দল ?
কোনে কাৰ কথা ভাবে,

কোনে কাক চায়
লুট ভেটী চুবিব দিনত—
মহা সমৰৰ কাল !
ছন্দ নাই ভাষা নাই দৰদী কৰিব,
কাব্য নাই কথা নাই প্ৰেমী প্ৰেমিকাৰ ;
আশাৰ কোমল কলি
ভৱিষ্যৰ ছবি
জঁয় পৰি লাজতে লুকায়।

নাই নেকি কোনো প্ৰতিকাৰ ?
বিদ্ৰোহৰ দাবাণল জ্বালি দশোদিশে
বিপ্লৱী প্ৰেমিক সাজি আজি
ধৰিলোঁ নতুন ব্ৰত—
মই বাম-পন্থী—
কৰম সেৱাৰ আজি অগ্নি পৰীক্ষাৰে
সাধি লম ধৰণীত
গণ-মানৱৰ অভ্যুত্থান ;
থাপিম জগত জুৰি
নিষ্পেষিত অস্পৃশ্যৰ ন্যায্য অধিকাৰ—
জীৱনত সমাজত
সত্যৰ বিধান।



শুনা প্ৰিয়া প্ৰেমিকৰ কঠোৰ ৰাগিণী—
কৰ্ম্ম মোৰ—
অন্যায় অসত্যে সতে চিৰ সংগ্ৰাম ;
পন্থা মোৰ—
ত্যাগ সেৱা সত্যাগ্ৰহ গণ-বিপ্লৱ ;
পুণ্য মোৰ—
প্ৰেম সত্য অহিংসা গণ-মানৱতা ;
পূৰ্ণতা মোৰ—
আত্মশুদ্ধি প্ৰেম-তৃপ্তি বিশ্বৰ কল্যাণ।
আৰু তুমি ?
তুমি মোৰ কৰম যজ্ঞৰ
প্ৰিয় বান্ধৱী,
অনন্ত প্ৰেৰণা দাত্ৰী
অভিমানিনী—
মোৰ উদ্গতিৰ হকে
সত্যাগ্ৰহিণী বহুকাল।

বিসৰ্জ্জন দিলোঁ আজি অকাতৰ চিতে
যিবা আছে স্বাৰ্থ মোৰ
পুৰণি ভূষণ ;
গণ-মানৱৰ দুখ আপোনাৰ কৰি,
প্ৰেমিক সেৱক সাজি, স্বদেশে বিদেশে,

সংসাৰতে অসংসাৰী, ক্ষুদ্ৰ গণ্ডী কাটি,
ধৰোঁ আজি কৰ্ত্তব্যৰ ব্ৰত—
ইতিহাস সৃষ্টি কৰি
গঢ়ি লওঁ ধৰণীত
নতুন সমাজ ৰাষ্ট্ৰ নতুন মানৱ ;
কোটি কোটি মানৱৰ
অন্তৰত বৈদ্যুতিক সঞ্জীৱনী ঢালি,
নতুন সৃষ্টিৰ তেজে
প্ৰতি অণু পৰমাণু উদ্দীপিত কৰি
থাপি লওঁ তাতে মহা স্ৰষ্টাৰ আসন,—
গণ-মানৱেই হ'ক
সৃষ্টিৰ অধীশ্বৰ।
সেই নৱ জগতৰ
পুণ্য ধূলি অঙ্গে ধৰি
দিম প্ৰতিদান প্ৰিয়া
পুণ্যময় পূৰ্ণ আত্মা মোৰ
মিলনৰ শুভ লগনত।

আহাঁ মোৰ কল্যাণী
মানৱ সেৱিকা প্ৰিয়া,
আজি দুয়ো হাতে হাতে ধৰি
প্ৰেমানন্দে ভৰি



লওঁ কৰ্ত্তব্যৰ মহা ভাৰ ;
বাৰিষাৰ পূৰ্ণ যৌৱনৰ
উত্তাল তৰঙ্গ তুলি
স্তূপীকৃত পাপ ৰাশি কৰোঁ মষিমূৰ ;
তুমিয়ে নিশ্চয় এই
কৰম যজ্ঞত হবা
নেতাই ধুবুনী।
পৰ্ব্বত ভৈয়াম বাসী
ধনী দুখী সমাজৰ কালিমা পখালি,
সুপ্ত শুভ্ৰ জ্যোতিঃ ৰাশি বিকাশিত কৰি
গাওঁ আহাঁ সমস্বৰে
পুৰুষত্ব নাৰীত্বৰ উন্মেষৰ গীত ;
শুনাওঁ শুনাওঁ আহাঁ
আতঙ্কিত মানৱৰ দুৱাৰে দুৱাৰে
ৰাজ-অট্টালিকা কিম্বা দীন কুটীৰত—
( হিংসাৰ তাপত আজি সকলো অধীৰ )
সাম্য মৈত্ৰী অহিংসাৰ বাণী ;
বাক্যে গীতে কৰমেৰে
আশাৰ প্ৰদীপ জ্বালি
ক্ষুধাতুৰ তৃষাতুৰ নৰ-নাৰী অন্তৰত
ঢালোঁ শান্তি-বাৰি।
আৰু তাৰে সতে

সত্যৰ ডাখৰ ধৰি ন্যায়ৰ বেদীত
সমাজৰ ভণ্ডনীতি অজ্ঞানৰ ৰাজনীতি
কৰো মষিমূৰ।

অন্যায় অসত্য আৰু হিংসাৰ বুকুত
কালেই মাৰিছে সৌৱা আণৱিক বাণ—
আসুৰিক শক্তিৰেই আসুৰিক শক্তিৰ বিনাশ।
খহি পৰে আজি সৌৱা
সুদূৰৰ
মুক্ত গণ-মানৱৰ
বজ্ৰ নিক্ষেপত
গণ-শোষণৰ ধনে সযতনে সজা
বুৰ্জ্জোৱা সমাজৰ ওখ বালি-গৰা;
প্ৰতিকূল ধুমুহাৰ কঠোৰ কোবত
খহি জহি যায় সৌৱা
বুৰ্জ্জোৱা প্ৰতাপীৰ
নৱ ছন্দে-বন্ধে গঢ়া
লৌহ কাৰাগাৰ।
শুনা সৌৱা চউদিশে
ছিণ্ডি পৰে ঝন্ ঝন্ ৰবে
সাম্ৰাজ্যবাদীয়ে দিয়া দাসত্ব শৃঙ্খল;
মুক্তি অভিযাত্ৰী জন-গণে



নৱ লব্ধ শকতিৰে
তোলে সৌৱা প্ৰলয় হুঙ্কাৰ;
কোটি কোটি কণ্ঠে উঠে
অত্যাচাৰী শোষকৰ কাঠ বুকু চূৰ্ণ কৰি
শোষিতৰ জয় গান—
মুকুতিৰ মহা অভিষেক।

তথাপি দেখিছোঁ কিয়
মুক্তি প্ৰসৱিনী ভাৰতীৰ
নীল আকাশৰ
আতঙ্কিত বিশাল বুকুত
উৰি ফুৰে যেন
এচপৰা ক'লা মেঘ—কালিমাৰ ফোঁট,
বিক্ষুব্ধ বায়ু বোকোচাত
মাৰ্কিন বিমান যেন?
আছে যেন বুকুতে লুকাই
অৰ্দ্ধ চন্দ্ৰাকাৰ ছুৰিকাৰ
ৰক্ত-লোভী সংগ্ৰাম বাসনা—
বাৰিষাৰ শেষ ঝড়!

তাৰো বাবে ভয় নাই মোৰ।
মোৰ এই বিশাল বুকুতে
লক্ষ ঝড় উঠি নাচি পুনু মাৰ গ'ল

ক্ষণেকৰ হেন্দোলনি তুলি ;
লক্ষ মলয়াৰ ছাটিয়েও
সাদৰে বুলাই গ'ল হাত ;
ঝড় মলয়াৰ ছাটি
সৰাকো সামৰি লই
চলে মোৰ দুৰ্ব্বাৰ প্ৰেম-অভিযান
সত্যৰ পথত ;
নিশাৰ পিচতে আহে নবীন অৰুণোদয়—
জীৱনৰ নতুন পাতনি।

চোৱাঁ আজি শোষকৰ কেনে পৰিণাম !
শোষিতৰ সত্যাগ্ৰহ বিদ্ৰোহ বিৰোধে
জৰ্জ্জৰিত অৱসন্ন দেহে
অনুতপ্ত মনে
উদ্গাৰিছে অপহৃত সৱাৰে স্বৰাজ—
ভাৰতৰ মহা এছিয়াৰ।

দানৱৰো অন্তৰত আছে যে মানৱ
প্ৰেম-জেউতিৰ শিখা স্বৰ্গীয় বৈভৱ,
পাপীৰ প্ৰাণতো জাগে পুণ্যৰ বিধান
অন্তৰৰ মহা ৰূপান্তৰ।
সেয়ে আজি উদাৰ অন্তৰে



অসীম ক্ষমাৰে
দুঃখময় অতীত পাহৰি
দিগন্ত পোহৰ কৰা সত্যৰ প্ৰদীপ জ্বালোঁ
হিংসা দ্বেষ অন্যায়ৰ ছায়া আঁতৰাই ;
সত্যই গঢ়িব আজি সুন্দৰ জগত।
হিংসা অসত্যৰ যত ক'লা দাগ লগা
সভ্যতাৰ শৌৰ্য্য-বীৰ্য্য আদৰ্শ গৰিমা,
সমাজ ৰাষ্ট্ৰৰ যত বিৰোধ সজ্ঞাত
সমৰৰ ঢেৰেকনি
অগ্নি আণবিক আৰু হাইড্ৰোজেন বাণ,
নিৰাশ মানৱতাৰ হুমুনিয়াহৰ তাপে
মৰহি মলিন হয় এটি এটি কই।
অহিংসাৰ বাৰ্ত্তাবাহী মৃদুল সমীৰে পুনু
বিলাইছে জগতত শান্তিৰ অমিয়া,
মানৱৰ মহত্বৰ বিমল গৰিমা।
নৱ মন্ত্ৰে দীক্ষিত প্ৰেমিকৰ পুৰণি বীণত
মিলনৰ মহাসুৰ উঠিছে গুমৰি,
প্ৰেমৰ তৰঙ্গ তুলি স্বদেশে বিদেশে ;
দেশে দেশে মানৱৰ মহা জাগৰণ,
কৰমৰ নতুন উল্লাস,
বিজ্ঞানৰ বিমল বিকাশ ;
ন্যায় বেদীত পাতে

সমাজৰ ৰাষ্ট্ৰৰ সৰল ৰচনা—
শান্তিময় যুগৰ সূচনা।

শীতল বতাহে
বিলাইছে পৰ্ব্বতে ভৈয়ামে
শৰতৰ আগমনী গীত,
শান্তিময় কৰি মোৰো মধু অভিযান।
সহস্ৰ অতীত স্মৃতি
অন্তহীন পথ মোৰ মধুময় কৰি
আছে আৰু মাৰ যায়
এটি এটি কই।
মধুৰিমা থিনিয়ে মাথোন গন্ধ পুষ্প ৰূপে
অঞ্জলি ভৰায় মোৰ
সামূহিক প্ৰেমৰ পূজাত ;
সমূহৰে সতে ময়ো যাওঁ আগুৱাই।
আনন্দৰ পূৰ্ণ অৰ্ঘ্য ঢালি ধৰণীত
ভাবিছোঁ মনতে মই
লভিম ইবাৰ
তোমাৰ জীৱন্ত তপ্ত ৰাতুল ওঁঠ নিজৰা
স্নেহময় হৃদয়ৰ কোমল চুমাটি ;
পিন্ধাবা ডিঙিত মোৰ
ফুল্ল কৰিতাৰ



অতুল গৌৰৱময় মালা,—
পূৰ্ণ কৰি দিবা মোৰ অপূৰ্ণ পৰাণ।
তুমি যোৱা প্ৰভাতৰ
মই যাওঁ বিয়লিৰ
একেখনি জগতৰ একেটি বেলিৰ
কৰ্ম্মময় ভাৱময় দুটি ৰূপ চাই চাই
সোঁৱে বাঁৱে মাজে মাজে
জীৱনৰ গতি পথ আঁকি ;
সমুখতে সুদূৰত দেখা পাওঁ যেন,
ৰিণি ৰিণি পুণ্যশীলা তোমাৰে জেউতি।
প্ৰতিমা বিচাৰি
ভ্ৰমিছোঁ জগত মই
এন্ধাৰত
পোহৰত
দোকমোকালিত
ভৱিষ্যৰ বিশাল বুকুত ;
ঘনে আগুৱাওঁ
ঘনে পিচপৰি যেন পিচলই চাওঁ।
মহা ৰহস্যৰ থলী বিশ্বৰ মাজত
সাধনাৰ সিদ্ধি মোৰ
লিখা আছে পৰ্ব্বতৰ গাত।

---

## ষষ্ঠ তৰঙ্গ

[ ভৱিষ্যৎ বা পূৰ্ণতাৰ যুগ ]

যুগে যুগে জীৱনৰ মহান্ উন্মেষ।
স্থষ্টি কৰি কৃষ্টি সংস্কৃতি পৰিবেশ—
সভ্যতাৰ স্তৰ ৰূপান্তৰ,
ভাঙ্গি শত সজ্যাতৰ গড়,
সুবিশাল বুকুতে সামৰি
শত সোঁত সুঁতি কুৰ পৰ্ব্বত চাপৰি,
জীৱনৰ নদী বয়
তীৰ্য্যক তৰঙ্গময়
প্ৰগতি পথত,
পুৰণিৰ বুকু ফাটি জাগি উঠে নতুনৰ পট।

গতিশীল জগতত
স্থিতিহীন নিৰপেক্ষ কালৰ সোঁতত
ক্ষণেক উথলি উঠি আৰু পৰে জঁয়—
পদে পদে জীৱনৰ নৱ পৰিচয়—
কীৰ্ত্তি কল্পনাৰ কত তৰঙ্গ লহৰী ;



মধুৰিমা খিনিয়ে মাথোন
মৃত্যু জয় কৰি
নৱ প্ৰভাতত গঢ়ে নৱ বৰ্ত্তমান,
ভৱিষ্যৰ বেদী কৰে
গন্ধে পুষ্পে ধূপে দীপে সুসমৃদ্ধিমান।

প্ৰেমৰ পূজাৰী মই পুণ্যৰ ভিখাৰী
শত শত ব্যৱধান গচকি মোহাৰি
যাওঁ মই যাওঁ আগুৱাই
দক্ষিণৰ বেলিটি ধিয়াই
ধীৰে ধীৰে
শৰতৰ প্ৰশান্ত গতিৰে
নৱাগত জগতৰ বিশাল ভূমিত;
নৱৰূপে ৰসে মোৰ পুলকিত চিত।
মুক্ত ধৰাতলে
মুক্ত গগন মণ্ডলে
আঁকি দিছে জীৱনৰ নতুন প্ৰগতি ;
চকুৰ আগতে যেন
ভাহি উঠে হে প্ৰেয়সি, তোমাৰে মূৰতি।

সৌৱা নৱ প্ৰভাতৰ শিখৰৰ পৰা
অপূৰ্ব্ব জ্যোতিৰ ধাৰা

পৰিছে বাগৰি ধৰণীত
উদ্ভাসিত কৰি বিশ্ব-মানৱৰ চিত ;
কিবা নৱ উদাৰতা মৈত্ৰী মমতাই
কঠুৱা হিয়াত আজি কৰুণা জগায়
হিংসা দ্বেষ স্বাৰ্থ-পৰতাৰ মুদা মাৰি।
শতেক যুগৰ গ্লানি অৱজ্ঞাৰ বোজাধাৰী
কোটি কোটি বনুৱা কিষাণ জনগণে
মূৰ দাঙি নিজ নিজ গুণে মানে ধনে
নতুনক কৰিছে আহ্বান,
নতুন ভাবেৰে ৰচে সমাজ বিধান।
সত্য অহিংসাৰ নীতি-ধাৰী
প্ৰতি নৰ-নাৰী
সহযোগ শকতিৰে শোষণ বিৰোধ নাশি,
অজ্ঞানৰ কৰ্ম্ম চিন্তা জ্ঞানেৰে উদ্ভাসি,
মুকলিমূৰীয়া ভাবে সমূহৰ সতে
আপোন আসন পাতে
জীৱনৰ পূৰ্ণ অৰ্ঘ্য ঢালিবলৈ ধৰণীত—
বিশ্ব-জোৰা প্ৰেমৰ বেদীত ;
মহা সংহতিত গায় এটি সাম গান—
আত্মাৰ কল্যাণ বিশ্ব-লোকৰ কল্যাণ।
নৱ সমাজৰ
দৰ্শন ধৰম-জ্ঞানে নৱ তাত্ত্বিকৰ



প্ৰচাৰিছে প্ৰেম আৰু সত্যৰ বিধান
ভাঙ্গি জড় দেৱ দেৱী অতীতৰ দান ;
শত শত খনিকৰে, কৰি কলাকাৰে
পূৰ্ণ বিকসিত প্ৰতিভাৰে
গঢ়িছে স্বৰ্গীয় ধাম মৰত ভূমিত ;
শাপ-মুক্ত ফল্গুধাৰা জাগি উঠি বয় ধৰণীত।
পূণ্যৰ প্ৰেৰণা জাগে সৱাৰো হিয়াত,
নতুন হাঁহিৰ ৰোল বিশ্বৰ সভাত।

জগতৰ এই পুণ্যস্থান
তোমাৰে ৰচনা প্ৰিয়া, সচেতন উদ্দেশ্য মহান্,
মোৰ শেষ সাধনাৰ বেদী।
ফলি ফুলি আছে যদি
মোৰ কাননত শ্ৰেষ্ঠ সাৰদী সম্ভাৰ,
সুযোগ্য তোমাৰ,
এই বেদীটিক মই
ঋষি অভিশাপ কৰি ক্ষয়
গন্ধে পুষ্পে উপচাৰে তাৰেই শোভাম,
যিদিন মিলিব মোৰ প্ৰণয়ৰ শেষ পৰিণাম।

সেয়ে আজি অপূৰ্ণ পৰাণে মোৰ
শুঁৱৰি বাঁহীৰ সুৰ যমুনা তীৰৰ

প্ৰভাসৰ মিলন উদ্দেশে
যৌৱনৰ অভিযান শেষে
ৰচে এই নৱ অভিসাৰ
শত যৌৱনৰ সখী
তোমাকেই দিবলই শেষ উপহাৰ
জীৱনৰ শেষ তৃষ্ণাদ্বয়,—
এটি শেষ দেখা আৰু স্বৰূপৰ পূৰ্ণ পৰিচয়
এই আশা ধৰে চিৰকাল।
তাতে যদি ব্যথা লাগি থাকে, সিও ভাল ;
অতৃপ্তিৰ হোমানল জ্বালি
তোমাক কৰিম জয়
অভিযাত্ৰী জীৱনৰ পূৰ্ণাহুতি ঢালি,
সাধ্য আছে কাৰ
ৰোধে যজ্ঞ অপূৰ্ণ হোতাৰ।
সেই যজ্ঞ-কুণ্ডতেই হ'ক ভস্মীভূত
সসীমৰ বাধা বান্ধ যত,
অসীমৰ জ্যোতিঃ-ৰাশি হ'ক উন্মেষিত।

সৌৱা সন্ধিয়াৰ হিৰণ্ময় ৰূপ ৰাশি
দিগন্ত উদ্ভাসি
লীন হয় ধীৰে ধীৰে শূন্য মন্দিৰত
কালিমাৰ নীলিম বক্ষত ;



ধৰণীৰ পৰ্ব্বত প্ৰান্তৰ
বৃক্ষবন আবাস বাসৰ
সমাধি মূৰতি ধৰি ভাবত বিভোৰ
এন্ধাৰ মেখলা পিন্ধি কেউ পাশে মোৰ।
এয়ে যদি সত্য হয়
সৰ্ব্ব বিশ্বময়,
নালাগে নালাগে বান্ধে, নালাগে তোমাৰ
কালৰ পৰশ লগা ৰূপ মৃত্তিকাৰ ;
দিয়াঁ মাথোঁ দিয়াঁ
আছে যদি অক্ষয় অমিয়া
অন্তৰৰ ৰূপ চিৰন্তন,
পৰিবৰ্ত্তনক সজা অপৰিবৰ্ত্তন।

শত অন্ধ অতীতৰ হাঁহি চকুলোৰ
অৰ্চ্চনাৰ গীতে মোৰ
স্বৰগ মৰত ফুৰি
গম্ভীৰ মূৰতি ধৰি আহে পুনু ঘূৰি
ঠেকা খাই ৰহস্যৰ দুৰ্জ্জয় দ্বাৰত ;
নিবেদিছে মনোমন্দিৰত
তোমাৰ সন্ধান মোৰ সুবিশাল চৈতন্য ভূমিত।
সেয়ে আজি দৃঢ় কৰি চিত

ৰচোঁ মই বিশ্ব জোৰা কৱিতাৰ হাৰ—
প্ৰেমৰ মাধুৰীময় আতমাৰ প্ৰীতি উপহাৰ।

কত দিন নিভৃত কুঞ্জত
ভাবপূৰ্ণ আবেশৰ তন্দ্ৰাৰ মাজত
দেখুৱালা ৰূপ-জ্যোতি বিজুলীৰে আঁকা
অন্তৰৰ কোনোবা খিনিত, পলকে মেঘেৰে ঢকা
তৰঙ্গিত জীৱন ধাৰাত।
ৰই যায় মাথোঁ তাত
মধুৰ পুলক সনা ছন্দৰ ঝঙ্কাৰ,
কৰিব ধ্যানত সেয়ে স্বৰূপ তোমাৰ।

সৌৱা শুভ্ৰ জ্যোতিষ্ক মণ্ডলী
জগতৰ মনীষাত সৃষ্টিৰ তৰঙ্গ তুলি
নাচে তালে মাৰি মধু মিচিকনি,
যাচি মোক শক্তি সঞ্জীৱনী ;
এন্ধাৰৰ বুক ফালি নিজৰিছে মোৰ মানসত
ঐক্যৰ মধুৰ ছন্দ
প্ৰেমৰেই পূত পৰশত ;
তাৰেই কম্পন লাগি সুকোমল হৃদয় তন্ত্ৰীত
বাজি উঠে উলাহ সঙ্গীত।



মৃদুল সমীৰে
লুটি আনি পৰিমল বিশ্ব-ধৰণীৰে
সাজি দিছে মোৰে সমুখত
যামিনীৰ প্ৰশান্ত বক্ষত
ধূপ ধূনা গন্ধ-উপচাৰ—
যুগমীয়া প্ৰণয়ৰ সত্য সাধনাৰ।
কি যে অপৰূপ যামিনীৰ !
শান্তিময় অন্ধতা
নীৰবতা উদাৰতা
তমসা জ্যোতিৰ
মধুৰ মিশ্ৰণে
কয় মনে মনে—
সুখ-দুখ হাঁহি-অশ্ৰু পাপ-পুণ্য বিৰোধ সম্ভূত
অতীত ভবিষ্য ব্যাপ্ত, ব্যষ্টি সমষ্টি পুষ্ট
মোৰ পূৰ্ণ জীৱন প্ৰবাহ ঃ
বিচিত্ৰ সৃষ্টিয়ে মোৰ নিজ ইতিহাস।
পোহৰ এন্ধাৰে ঢালে
গতিশীলা কৱিতাৰ ছন্দে তালে
দীপ্তিময়ী আশাৰকিৰণ,
উজ্বলাই নৱ ৰাগে প্ৰেমিক জীৱন।

সৌৰা কোন সাগৰৰ গভীৰ গৰ্জ্জনে
মুখৰিছে প্ৰাণ মোৰ, মূৰ্চ্ছনাৰ মধুৰ স্পন্দনে
মোহিনী মন্ত্ৰৰ বলে
ঢউ তুলি শূন্যে জলে স্থলে
জগায় প্ৰাণত মোৰ নৱ উদ্দীপনা,
জীৱনৰ নতুন চেতনা।
সেই মহা নাদে মোক মাতে ৰই ৰই—
"আহা আহা মোৰে বুকুলই
সুদূৰৰ ক্লান্ত পথিক,
যদি পাব খোজা সঙ্গিনীক
এই মহা সংসাৰৰ ৰহস্য মাজত,
সসীমৰ অসীমৰ
মানসৰ বাস্তৱৰ
মিলন ক্ষেত্ৰত।
থ'ক যিবা আছে অঁকা বাস্তৱ পটত ;
জানোঁ মই তাৰেই আঁৰত
আছা তুমি মোৰে বাট চাই
ৰহস্যৰ বুকু উদঙাই
পঞ্চ ৰূপে তুমি অভিব্যক্তা,
চিৰকাল মোৰে অনুৰক্তা।



কোনোবা তটিনী—
তুলি কিবা পৰিচিত সুললিত ধ্বনি
কাষৰেদি বই যায়—সাগৰ উদ্দেশে,
মাতি মোকো সেই দিশে
অভিসাৰিণীৰ ইঙ্গিততে ;
মধু যামিনীয়ে খেলে ঢউকিতি সতে
এন্ধাৰৰ বুকু মেলা
বিজুলী লতাৰ খেলা,—
চাই চাই আত্মহাৰা হওঁ নিমিষতে,
আনন্দৰ জিলিঙনি স্বৰগে মৰতে।

ৰজনীৰ অন্ধ আৱৰণ,
ধৰণীৰ অভিশপ্ত উত্তাল জীৱন
লীন হ'ক সউ ভোটা তৰাটিৰ ৰূপালী হাঁহিত ;
তটিনীৰ ৰূপালী বালিত
লিখি থওঁ যৌৱনৰ শেষ অভিসাৰ—
শেষ ধ্যান শেষ জ্ঞান তৃষাতুৰ প্ৰেমিক আত্মাৰ।
যৌৱনৰ বৃন্ত-চ্যুত পাপ-তাপ ৰাশি
কালিমাৰ চিহ্নটিও নাশি
সৰি পৰে তটিনীৰ প্ৰশান্ত বুকুত ;
শাপ-মুক্তি বিজয়ৰ উন্নত মুকুট

উটি যায় তটিনীৰ ৰূপালী সোঁতত ;
ভাব-মুক্ত জীৱনৰ পূৰ্ণ উন্মেষত
তোমাৰে মানসে সখি,
তোমাৰেই অন্তৰ পৰশি
গাওঁ জীৱনৰ শেষ গান,
সি যে তোমাৰেই দান—তোমাতেই হ'ক অৱসান।

সোঁৱৰণি পাহৰণি কি যে সুমধুৰ !
মন মোৰ যায় বহুদূৰ
অনন্ত গগন ভেদি
আনন্দৰ জিলিঙনি খেদি ;
তাৰে পোহৰত
দেখোঁ মহা বিশ্ব ব্যাপি সৃষ্টিৰ মাজত
প্ৰেম-মন্দাকিনী ধাৰা স্বচ্ছ সমুজ্জ্বল,
পুলকিত চিত্ত মোৰ জ্বলে জল্‌মল্।

সেই শুভ মুহূৰ্ত্তত দেখোঁ ওচৰতে
দিঠকৰ তন্দ্ৰালস তন্ময়তাতে
উটি আহে অতি ধীৰে ধীৰে
জিলিকাই দশোদিশ শুভ্ৰ জেউতিৰে,
ছায়াৰ বুকুত ধৰি
মৃদু তৰঙ্গৰ সাতসৰী,



উৰুৱাই গৌৰৱৰ ইন্দ্ৰধনু ধ্বজা,
শুভ্ৰ পদ্ম ফুলে সজা
তোমাৰে ৰূপালী ডিঙাখনি ;
মোৰ ঘাটতেই লয়
বিজয়ৰ অন্তিম জিৰণি।
মহা প্ৰণয়ৰ
পূৰ্ণ মাধুৰীয়ে মোৰ ভৰায় অন্তৰ
অনন্তৰ সাগৰ তীৰত
জীৱনৰ বিৰাটৰ মহা সঙ্গমত।

সেই সুমহান্ ক্ষণে
পুলকিত মনে
চাওঁ জুমি জুমি হিয়া ভৰি
বিশ্ব-গ্ৰাসী দিব্য দৃষ্টি ধৰি—
মই সিন্ধু-পতি বিশ্ব-কৰি—
মহাভাগ স্ৰষ্টা পুত্ৰ পিতা,
তুমি জগ-ৰস-সিন্ধু
মন্দাকিনী তৰঙ্গিতা জীৱন কৱিতা,
মোৰে উন্মেষিকা উন্মেষিতা।
মহা জীৱনৰ ৰূপৰাশি
বিশ্বময় জেউতি প্ৰকাশি

লৰি আছে কেউ ফালে মোৰে বুকুলই,
মোৰে সতে যায় ৰূপ-সমুদ্ৰত লয় ;
বিশ্বৰ অসংখ্য প্ৰাণে
দীপ্তিমান মোৰে ৰূপে গুণে
কৃত্ৰিম বন্ধন এৰি
ধৰি মোকে বেৰি
কোটি গুণে চৰায় মোৰেই গুণ জ্ঞান,
কোটি গুণে মই জ্যোতিষ্মান।
যুগল মূৰতি ধৰি মহা মিলনত
ত্ৰিলোক বিহাৰ কৰি পূৰ্ণ আনন্দত
শুভ্ৰ সত্ব গুণ দীপ্ত
মই শুদ্ধ বুদ্ধ মুক্ত
নিৰ্ব্বিকাৰ চিত্তে সাধোঁ বিশ্বৰ মঙ্গল,
অনন্ত সৃষ্টিয়ে মোৰ কীৰ্ত্তিৰ মণ্ডল।
আমি দুই আমি এক একে ব্ৰহ্মাণ্ডৰ,
আমি সত্য আমি শিৱ আমিয়ে সুন্দৰ ॥

